# বাৰেৰহণীয়া কাৰবি আংলং

শ্ৰীদিলীপ শৰ্মা

কিৰণ প্ৰকাশ

ডিফু, কাৰবি আংলং, অসম

BARERAHANIA KARBI ANGLONG—written by Sri Dilip Sarma and Published by Mrs. Kunjalata Sarma, Kiran Prakash, Diphu, Karbi Anglong Assam. Price Rs. 20·00

প্ৰকাশক ঃ
শ্ৰীমতী কুঞ্জলতা শৰ্মা
কিৰণ প্ৰকাশ, ডিফু
কাৰবি আংলং, অসম

প্ৰথম প্ৰকাশ ঃ
এপ্ৰিল, ১৯৮২ চন

মূল্য ঃ বিশ টকা

বেটুপাত শিল্পী
শ্ৰীবীৰেণ সিংহ



মূদ্ৰণ ঃ
পূৰ্বোদয় প্ৰেছ
১০ কৈলাস বসু ষ্ট্ৰীট
কলিকতা - ৬

# অৰ্পণ



মৃত্যু—৯ আগষ্ট, ১৯৮১ চন

মোৰ চিৰ আৰাধ্য পিতৃদেৱতা
৺অৰুণ চন্দ্ৰ শৰ্মাৰ
শ্ৰীচৰণত এইপাহ ফুল
মৃত্যু তিথি উপলক্ষে
অৰ্পণ
কৰিলোঁ।

দিলীপ—

## লিখকৰ অন্যান্য প্ৰকাশিত কিতাপ

১। অসমৰ জনজাতীয় শব্দ মালা
২। নিয়তিৰ পৰিহাস ( উপন্যাস )
৩। দৈনিক যজ্ঞ প্ৰকাশ ( অনুবাদ )
৪। প্ৰগতিৰ পথত কাৰবি আংলং
৫। আলোক-চিত্ৰ

### যন্ত্ৰস্থ

(১) কাৰবি লোক সংস্কৃতি
(২) কাৰবি আংলং জিলাৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক দিশৰ এটি পৰ্যালোচনা

# সূচীপত্ৰ

## প্ৰথম অধ্যায়


| বিষয় | পৃষ্ঠা |
|---|---|
| ১। ভাষা ... ... | ১ |
| ২। সাহিত্য ... ... | ১১ |
| ৩। সমাজ ... ... | ৩৫ |
| ৪। শিক্ষা ... ... | ৪১ |
| ৫। ধৰ্ম আৰু পূজা-পাতল ... ... | ৪৮ |
| ৬। বিবাহ ... ... | ৫১ |
| ৭। উৎসৱ ... ... | ৫৯ |
| ৮। গীত-মাত ... ... | ৬১ |
| ৯। খেতি-বাতি ... ... | ৬৫ |
| ১০। আহাৰ ... ... | ৭০ |
| ১১। সাজ-পোছক ... ... | ৭১ |
| ১২। অলংকাৰ-পাতি ... ... | ৭২ |
| ১৩। শিল্প-কলা ... ... | ৭৩ |
| ১৪। মৃত সংকাৰ ... ... | ৭৮ |


## দ্বিতীয় অধ্যায়


| | |
|---|---|
| ১। জিলাৰ উৎপত্তি ... ... | ৮৩ |
| ২। ভৌগোলিক বিৱৰণ ... ... | ৮৪ |
| ৩। পৰ্বত-পাহাৰৰ নাম ... ... | ৮৫ |
| ৪। নদী-উপনদী ... ... | ৮৬ |
| ৫। জলবায়ু ... ... | ৮৭ |
| ৬। প্ৰাকৃতিক সম্পদ ... ... | ৯১ |
| ৭। বনজাত সম্পদ ... ... | ৯১ |

| বিষয় | | পৃষ্ঠা |
|---|---|---|
| ৯। জীৱ-জন্তু | ... ... | ৯৮ |
| ১০। যাতায়ত | ... ... | ৯৯ |
| ১১। মৌজা | ... ... | ১০২ |
| ১২। থানা আৰু আৰক্ষী-চকী | ... ... | ১০৩ |
| ১৩। গাঁও | ... ... | ১০৫ |
| ১৪। ডাকঘৰ | ... ... | ১০৭ |
| ১৫। জনস্বাস্থ্য সেৱা | ... ... | ১০৮ |
| ১৬। জিলা পৰিষদ | ... ... | ১১৪ |
| ১৭। ডিফু চহৰৰ সংক্ষিপ্ত বিৱৰণ | ... ... | ১২১ |


## তৃতীয় অধ্যায় : ছবি


| | | |
|---|---|---|
| ১। সাংস্কৃতিক | ... ... | ১২৩ |


## লিখকৰ দুআষাৰ

পৰ্বত-পাহাৰে বাস কৰা অসমৰ আদিমবাসীসকলৰ ভিতৰত কাৰবি সকলো অনন্য। তেওঁলোকে নিজকে কাৰবি ( মানুহ ) বুলিহে চিনাকি দিয়ে। জাতিৰ উথান-পতন আছে। উন্নতি-অৱনতিও আছে। এটা জাতি থাকিলে সেই জাতিৰ কলা-কৃষ্টি-সংস্কৃতিও থাকিবই। কাৰবিসকলৰ জাতীয় চৰিত্ৰ যেনেকুৱাই নহওক, তেওঁলোকৰ এটি স্বকীয় বৈশিষ্ট্য আছে। তেওঁলোকৰ নিজা কথিত ভাষা, থলুৱা গীত-মাত, সাজপাৰ, সামাজিক আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, ধৰ্মীয় অনুষ্ঠান, পূজা-পাতল আদি—এটা জাতিৰ থাকিব লগীয়া সকলোবোৰেই আছে। অভাৱ হৈছে মাথোন এই ঐতিহ্যপূৰ্ণ তথ্যবোৰ উদ্ধাৰৰ বাবে বৈজ্ঞানিক পদ্ধতিৰে চালি-জাৰি চোৱাৰ পথ।

প্ৰত্নতত্ত্ববিদ, বুৰঞ্জীবিদ, ভাষাতত্ত্ববিদসকলৰদ্বাৰা এই তথ্য সম্বলিত বস্তুবোৰ লিপিবদ্ধভাৱে সংগৃহীত হলে কাৰবি আংলং তথা সদৌ অসমৰে কেনে এটি মূল্যবান সম্পদ উদ্ধাৰ হব, তাক নকলেও হব। "অতীতেই বৰ্তমানৰ ভেটি গঢ়ি দিয়ে" এনে মনোভাৱ লৈয়েই হওক বা এই ক্ষুদ্ৰ কিতাপখনৰপৰা কাৰবি সকলৰ বিষয়ে কিছু আভাস পোৱা যাব বুলিয়েই হওক—এই পুথিখন যুগুত কৰা হ'ল।

এই "বাৰে ৰহণীয়া কাৰবি আংলং"খন লিখি উলিওৱাৰ গুৰিতে হ'ল শ্ৰীজয় ছিং দলৈ আৰু শ্ৰীছামছিং হানছেৰ গালি-শপনিবোৰ। শ্ৰীহানছেই গালি-শপনি-ৰূপ উৎসাহ নিদিয়া হলে হয়তো লিখাই নহলহেঁতেন। গতিকে এই দুই গৰাকী উদ্যোগী সাহিত্য-সেৱীলৈ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

আজিৰ দিনত বস্তুৰ যি জুই-ছাই দাম তাক নকলেও হব। গতিকে এনে ব্যয়বহুল দিনত আৰ্থিক অনাটন বোধ কৰি বহুতো ফটো প্ৰকাশ কৰাৰপৰা বাদ দিবলৈ বাধ্য হলোঁ। পাছত সেইবোৰ প্ৰকাশ কৰাৰ আশা ৰাখিছোঁ।

কিতাপখন যুগুত কৰোঁতে বহুমূলীয়া সময় নষ্ট কৰি সহায় কৰাৰ বাবে বন্ধুবৰ বুলন চন্দ্ৰ বৰদলৈ, লুনছে তিমুং, বিদৰ ছিং ৰ', নৰেণ হালৈ, পি. কে. দত্ত, বাদল চক্ৰৱৰ্তী, অনিল বৰুৱা, কুঞ্জলতা শৰ্মালৈ মোৰ সহৃদয় কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

বিভিন্ন দিহা পৰামৰ্শ দি উৎসাহ উদ্দীপনা আগবঢ়োৱাৰ বাবে সৰ্বশ্ৰী মাধৱ

তেৰাং, ডাঃ জয়ন্ত ৰংপি, তেনজিং ইংতি, বহিৰাম তিমুং, কৰবী (ইৰা) শৰ্মা, ৰন্তা বৰদলৈ (সোণটি), সুনীল দেৱ, ছিং ক্ৰ', ড° হেমন্ত কুমাৰ শৰ্মা, ৰংবং তেৰাং, দ্বীজেন্দ্ৰ নাৰায়ণ গোস্বামী, বসন্ত দাস, নৰেণ শৰ্মা, ভুবন তেৰাং, লাহিৰাম টেৰণ, ৰয় ইংহিং, ভৱানী শৰ্মা, যজ্ঞৰাম গগৈ, নৱকুমাৰ ভাগৱতী, অৰ্চনা শৰ্মা, নগেন কটকী, পি. চি. বৰা, হিল্চ ফটো ষ্টুডিঅ' আৰু পূৰ্বোদয় প্ৰেছৰ কৰ্মকৰ্তাসকললৈ আন্তৰিকতাৰে ধন্যবাদ জ্ঞাপন কৰিলোঁ।

কিতাপখন নকল কৰি দিয়া বাবে সৰ্বশ্ৰী তিলক কাকতি, অখিল শৰ্মা, পাৰ্থ ভট্ট, লক্ষেশ্বৰ গগৈ আৰু দেবেন মেধিলৈ মোৰ মৰম থাকিল। "প্ৰেছ কপি" কৰি দিয়াৰ বাবে শ্ৰীনৰেণ হালৈ আৰু শ্ৰীমতী দীপ্তি দাসক পাহৰিব নোৱাৰোঁ।

বেটুপাটৰ শিল্পী শ্ৰীবীৰেণ সিংহলৈ মোৰ স্নেহ থাকিল।

শেষত কওঁ, কিতাপখন অতিকম দিনৰ ভিতৰতে যুগুতাব লগীয়া হোৱাত জ্ঞাতে বা অজ্ঞাতে নানা ভুল ভ্ৰান্তি ৰৈ যাব পাৰে। সুধী পঢ়ুৱৈ সমাজে সেই ভুল আঙুলিয়াই দিলে আনন্দ পাম আৰু ৰাইজে পুথিখন মৰমৰ চকুৰে চালে লিখকৰ শ্ৰম সাৰ্থক হৈছে বুলি ভাবিম। ইতি—

ৰাইজৰ আশীৰ্বাদ ভিক্ষাৰী,
শ্ৰীদিলীপ শৰ্মা

ডিফু
১৫।১২।৮১

# ওলগনি

"কিৰণ প্ৰকাশ" ডিফু চহৰৰ এক পৰিচিত নাম। শ্ৰীদিলীপ শৰ্মাই মানসিক শক্তিকে মূলধন কৰি পুথি প্ৰকাশনৰ নিচিনা দুসাহসিক কামত পদক্ষেপ দিছিল আৰু তাৰেই পূৰ্ণ বিকাশ "কিৰণ প্ৰকাশ"। লেখকে নিজৰ সৃষ্টিক যিদৰে পাবলৈ বিচাৰে, পুথি প্ৰকাশকেও সেইদৰেই লেখকৰ সৃষ্টিক প্ৰকাশৰ সহায়ত বহল জগতলৈ লৈ যোৱাৰ সুযোগ দিয়ে। এই অৰ্থত পুথি প্ৰকাশকজনো প্ৰকৃত সমাজ সেৱক। কাৰবি আংলঙৰ সৃষ্টিক প্ৰকাশৰ সুবিধা দিয়াৰ লগতে শ্ৰীশৰ্মাই নিজৰ সৃষ্টিশীল মনৰ প্ৰতিভাকো সমানেই সুযোগ দিছে।

ঊনপঞ্চাশতম অসম সাহিত্য সভাখন ডিফুত অনুষ্ঠিত হোৱাৰ পৰিপ্ৰেক্ষিতত কাৰবি আংলঙত যি নৱ চেতনাৰ উদয় হৈছে তাৰেই অনন্য সৃষ্টি "বাৰে ৰহণীয়া কাৰবি আংলং"। পুথিখনত সন্নিৱিষ্ট হোৱা বিষয়বোৰেই লেখকৰ সচেতন দৃষ্টিৰ পৰিচায়ক। সাহিত্য সভাৰ পদাৰ্পনে আমাৰ সংস্কৃতিক কলুষিত নকৰে বৰং সংস্কৃতিৰ পথত অগ্ৰসৰ হবলৈহে আমাৰ চেতনাক জগাই তোলে। "বাৰে ৰহণীয়া কাৰবি আংলং" তাৰেই ফলশ্ৰুতি। এইখন জিলাৰ মাটি আৰু মানুহৰ প্ৰগতিৰ খতিয়ানেৰে ৰাংছিনা সাংস্কৃতিক পথাৰত উন্মুক্ত কৰাত এই পুথিখনেও নিশ্চয় অৰিহনা যোগাব। শ্ৰীশৰ্মাৰ এই ঐকান্তিক প্ৰচেষ্টাৰ বাবে ওলগ জনালোঁ।

দিফু
জ্যোতি দিবস

ৰংবং তেৰাং
১৭ জানুৱাৰী, ১৯৮২ চন।

উদীয়মান সাহিত্যিক শ্ৰীমান দিলীপ শৰ্মাৰ "বাৰেৰহণীয়া কাৰবি আলং" নামৰ পুথিখন হাতে লিখা অৱস্থাতে পঢ়ি চালোঁ। লগে লগে মনলৈ আহিল বাইবেলৰ সেই বিখ্যাত কথাটি "খুন্দিয়া কেতিয়াহে দুৱাৰ মেল খাব, বিচাৰা তেতিয়াহে পাবা"। জ্ঞানৰ দুৱাৰ কেতিয়াও নিজে নিজে মেল নাখায়, খুন্দিয়াইহে মেলিব লাগিব। ব্যৱসায়কে জীৱিকা হিচাপে ললেও জ্ঞানৰ হেপাহে, চিৰন্তন অসন্তুষ্টিয়ে শ্ৰীমান শৰ্মাৰ হৃদয়ত খুন্দিয়াই আছে, আৰু তাৰেই ফলশ্ৰুতি হিচাপে ইতিমধ্যে তেওঁৰ কেবাখন মূল্যবান গ্ৰন্থ প্ৰকাশিত হৈছে।

অসমৰ সোমাজত অৱস্থিত সেউজীয়া পাহাৰ, তটিনীৰ কুলু কুলু ধ্বনি, বন বিহঙ্গৰ সুমধুৰ স্বৰেৰে মুখৰিত কাৰবি আলং জিলাত বসবাস কৰা কাৰবি জন-গোষ্ঠীৰ লোকসকল স্বভাবতে প্ৰকৃতিৰ নিচিনাই সহজ সৰল। তেওঁলোকৰ জীৱনৰ বিভিন্ন দিশ আজিলৈকে বাহিৰৰ সমাজখনত সম্পূৰ্ণকৈ প্ৰকাশ পোৱা নাই। দিলীপ শৰ্মাৰ এই গ্ৰন্থখন প্ৰকাশ পালে বোধকৰো এইখনেই প্ৰথম অসমীয়া ভাষাত লিখিত গ্ৰন্থ হব য'ত একেলগে কাৰবি সমাজৰ প্ৰায় সকলো কথা পোৱা যাব। কাৰবি জাতিৰ ইতিবৃত্তৰ উপৰিও কাৰবি সাহিত্য, তেওঁলোকৰ লোক সংস্কৃতি, সমাজ, আচাৰ বিচাৰ, আশা-আকাঙ্ক্ষা, উৎসৱ, দেৱ দেৱতাৰ পূজা অৰ্চনা, মৃতকৰ সংকাৰ, বিভিন্ন অনুষ্ঠান, ভৌগোলিক পৰিস্থিতি আদি প্ৰায় সকলো কথাকে পুথিখনত সন্নিবিষ্ট কৰা হয়। পুথিখন নিঃসন্দেহে এখনি উচ্চমান বিশিষ্ট গবেষণাত্মক গ্ৰন্থ। শৰ্মাৰ এই প্ৰচেষ্টা সঁচাকৈয়ে প্ৰশংসনীয়।

ইমানতেই ক্ষান্ত নাথাকি ভৱিষ্যতলৈ যাতে তেওঁ জ্ঞানৰ গভীৰ সাগৰত বুৰ মাৰি মুকুতা বুটলিব পাৰে, আৰু ভাষা সাহিত্যলৈ আৰু বেছি অৱদান আগবঢ়াব পাৰে তাৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

**শ্ৰীদ্বিজেন্দ্ৰ নাৰায়ণ গোস্বামী**
মুৰব্বী অধ্যাপক, অসমীয়া বিভাগ
ডিফু চৰকাৰী মহাবিদ্যালয়
২৬ জানুৱাৰী, ১৯৮২ চন

## ভাষা

কোনো এটা জাতিৰ ইতিবৃত্ত সম্পূৰ্ণৰূপে জনা সম্ভৱ নহয়। তথাপি সভ্যতাৰ শিখৰত আৰোহণ কৰা মানৱ জাতিয়ে কষ্ট স্বীকাৰ কৰি হলেও ইয়াক জানিবলৈ অহোপুৰুষাৰ্থ চেষ্টা কৰি থকা দেখা যায়। পৃথিৱীৰ বিভিন্ন জাতিৰ ক্ৰম-বিকাশৰ ধাৰা উলিয়াবলৈ হলে হয়তো আমি তাহানিৰ 'আদম আৰু ইভ'ৰ যুগলৈ পিছুৱাই যাব লাগিব। কিন্তু বৈজ্ঞানিক ভিত্তিত ইমানলৈ প্ৰমাণ কৰিবলৈ হলে বহু জটিল প্ৰশ্নৰ সন্মুখীন হব লাগিব। সেয়ে পৃথিৱীৰ ভাষাবিদসকলে পৃথিৱীৰ ভাষাসমূহৰ মূল নিৰ্ণয় কৰিবলৈ গৈ দহোটা প্ৰধান ভাষাগোষ্ঠীৰ নাম উল্লেখ কৰিছে। সেইকেইটা হ'ল—দ্ৰাবিড়, ভোটচীন, অষ্ট্ৰিক, উৰাল-আলতাই চেমীয় হেমীয়, ফিনো-উগ্ৰীয়, বাণ্টু আৰু ইন্দো-ইউৰোপীয় ইত্যাদি। এই ভাষাগোষ্ঠীৰ ক্ৰমবিকাশ ঘটি আজিৰ এই বৃহত্তম পৃথিৱীখনত বিভিন্ন জাতি উপজাতি তথা ভাষাৰ সৃষ্টি হৈছে।

**কাৰবি জাতিৰ ইতিবৃত্ত :**—পৃথিৱীৰ বৃহত্তম ভাষা গোষ্ঠীসমূহৰ ভিতৰত চীন-তিব্বতীয় ( Sino-Tibetan ) ভাষাগোষ্ঠী অন্যতম। এই চীন-তিব্বতীয় ভাষাগোষ্ঠীয়ে পৃথিৱীৰ বিভিন্ন প্ৰান্তৰে প্ৰান্তৰে ঘূৰি এটা সময়ত এচিয়াৰ এক বিস্তৃত অঞ্চলত বাস কৰিবলৈ লয়। এই ভাষা পৰিয়ালটোৰে ভাষা কোৱা লোকৰ সংখ্যা সৰহ পোৱা যয়। সময়ৰ সোঁতৰ লগে লগে এই তিনিটা ক্ৰমে চীনা, টাই, আৰু তিব্বত-বৰ্মীয়। এই তিনিটা শাখাৰ অন্তৰ্গত লোক-সকলে এচিয়াৰ বিভিন্ন ঠাইত বাস কৰাৰ উপৰিও বেহা-বেপাৰ বা জীৱিকাৰ সন্ধানত পৃথিৱীৰ নানা জাতিৰ মাজত সিঁচৰিত হৈ পৰিছিল। ইয়াৰ তিব্বত-বৰ্মী ঠাইৰ মানুহসকলে তিব্বত মালকুলিয়া অঞ্চলত বসবাস কৰিছিল। এটা সময়ত খৃঃ পূঃ দহ হেজাৰমান বছৰ আগেয়ে ব্ৰহ্মপুত্ৰ নদীয়েদি এই ভাষাগোষ্ঠীৰ এটা দল আহি অসম সোমায় আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰিবলৈ লয়। এই মানুহবিলাকে নিজক বৰত বা বড বুলি পৰিচয় দিছিল। বড শব্দই 'মানুহ' অৰ্থ বুজায়।

তিব্বত-বৰ্মীক আকৌ তিনিটা ভাগত ভাগ কৰা হৈছে। তিব্বত-হিমালয়ী, অসম-বৰ্মী, আৰু উত্তৰ অসম উপ শাখা। তিব্বত-হিমালয়ী শ্ৰেণীৰ কোনো ভাষা অসমত নাই। উত্তৰ অসম শাখাৰ ভাষা উত্তৰ পূব সীমান্ত অঞ্চলত বিস্তৃতভাৱে কোৱা দেখা যায়। এই কথিত ভাষাসমূহ হ'ল—আঁকা, ডফলা, আদি, মিৰি বা নিচি মিৰি, মিচিং মিৰ্চিমি, (ইডু, ডিগাৰু, মিজু)। চিংফৌ, আপাটানি, গালং, মিঞং, পাদাম, টাগিন ইত্যাদি। এই ভাষাসমূহ এতিয়াও বিজ্ঞান সম্মতভাৱে আলোচনা হোৱা নাই। অসম-বৰ্মী ভাষাৰ ভিতৰত হৈছে—বড়ো, নগা, কুকিচীন কচিন, বৰ্মী, ললোমচু আৰু শক বা লুই।

ইয়াৰে বড়ো ভাষা কোৱা লোক অসমত সৰহ পোৱা যায়। বড়ো শাখাৰ অন্তৰ্গত ভাষাবোৰৰ ভিতৰত প্ৰধান ভাষীলোক গোষ্ঠী দুটা হ'ল—কছাৰী আৰু আনটো মেচ। ইয়াৰে আকৌ সৰহ সংখ্যক লোকে কোৱা ভাষা হৈছে—গাৰো, ত্ৰিপুৰী, লালুং, ডিমাচা, দেউৰী-চুতীয়া।

অনুসন্ধিৎসু আৰু প্ৰতিভাশালী গবেষক বিষ্ণুপ্ৰসাদ ৰাভাদেৱে লিখিছে—"অসমৰ আদিম প্ৰাচীন জাতি নগা, কুকি, মিকিৰ। মিকিৰেই অসমৰ আদিবাসী লোক। এই মিকিৰ (কাৰবি) সকলেই প্ৰথমে অসমৰ পৰ্বতে পাহাৰে নৈয়ে-ভৈয়ামে, হাবিয়ে-বননিয়ে ঘূৰি ফুৰিছিল। এওঁলোকেই অসমৰ আৱিষ্কৰ্তা কলম্বাচ। তেওঁলোক অষ্ট্ৰিয় জাতীয়। আজি প্ৰায় আঠৈ লাখ বছৰ হ'ল, যেতিয়া জাভা, বালি আদি পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জৰ লগত মালয়েদি দক্ষিণ পূব এচিয়াৰ সংযোগ আছিল, সেই সংযুক্ত থলেদি এই অষ্ট্ৰিক জাতীয় লোকসকল উত্তৰ পশ্চিমমুৱা হৈ আহে। এই আদিম অসমীয়া হ'ল মিকিৰ।"

বহুতো ভাষাবিদৰ মতে বৰত বা বড শাখাৰ অন্তৰ্গত আন এটা ভাষাৰ নাম হৈছে কাৰবি। আগতে কাৰবিসকলক নগা কুকি শাখাৰ অন্তৰ্গত বুলি ধৰা হৈছিল। কিন্তু বৰ্তমানৰ অনুসন্ধানৰ পিছত ১৯৬১ চনৰ লোক গণনাত কাৰবিক বড শাখাৰ অন্তৰ্গত কৰা হৈছে। সেয়েহে ইয়াৰদ্বাৰা কাৰবি জাতিটোক পৃথিৱীৰ বৃহত্তম ভোট-চীন ভাষাগোষ্ঠীৰ অন্তৰ্গত তিব্বতবৰ্মী শাখাৰ অন্তৰ্গত এটা ঠাল বুলি ঠাৱৰ কৰা হৈছে। অৱশ্যে কাৰবিসকলে তেওঁলোকৰ নিজৰ পৰিচয় দিলে কাৰবি বুলিহে চিনাকি দিয়ে। তেওঁলোকৰ মতে 'মিকিৰ' নামটো অন্য বেলেগ মানুহে দিয়া। এই মিকিৰ আৰু কাৰবি শব্দ দুটাৰ উৎপত্তি লৈ বহুতৰে মাজত মতভেদ আছে। এই কাৰবি জাতিৰ উৎপত্তি সম্পৰ্কে থাটাংকৈ এতিয়াও পণ্ডিতসকলে একমত হব পৰা নাই।

কাৰবিসকল এই জিলাৰ বাহিৰেও কাছাৰ, নগাঁও, দৰং, লক্ষীমপুৰ,



শিৱসাগৰ, কামৰূপ, উত্তৰ কাছাৰ আৰু শিলচৰ চহৰৰ আশে পাশে বাস কৰি আছে। ইয়াৰ উপৰি অসমৰ বাহিৰেও কেইবা ঠাইতো এওঁলোকে বসবাস কৰি থকাৰ সম্ভেদ পোৱা যায়। যেনে নগালেণ্ডৰ উত্তৰ অঞ্চল, মেঘালয়ৰ নংপু আৰু জয়ন্তীয়া পাহাৰ অঞ্চলত সিঁচৰিত হৈ আছে। আনকি ভাৰতৰ বাহিৰেও বৰ্তমান বাংলাদেশৰ ছিলেট জিলাত বসবাস কৰি আছে বুলি জনা যায়। বিভিন্ন ঠাইসমূহৰ বিস্তৃতি লৈ চাই এই কাৰবিসকলক তেনেই সৰু পৰিয়াল নহয় যেন লাগে।

বৰ্তমান অসমত উনপঞ্চাশটা উপভাষা বা দোৱান কোৱা ভাষা-ভাষীৰ লোক দেখা যায়। ভাষা হৈছে এটা বোৱতী নৈ সদৃশ আৰু শব্দবোৰ হৈছে তাৰ সুঁতি স্বৰূপ। এই বিভিন্ন সুঁতিসমূহৰপৰা উপাদান লাভ কৰি ভাষাৰূপী বৰনৈখন বাঢ়ি আছে যদিও ঠাই ভেদে ভাষা বা শব্দৰ তাৰতম্য দেখা পোৱা যায়। ভাষাতাত্ত্বিক ৰেভাৰেও চাহাবে অসমৰ বিভিন্ন ভাষাসমূহৰ সন্দৰ্ভত এনেদৰে কৈছিল—বিবিধ ভাষা বিশিষ্ট অসমখন ভাষাতত্ত্বৰ ছাত্ৰৰ পক্ষে বাস্তৱিকতে বহল আৰু সাৰুৱা পথাৰ মাথোন।

**কাৰবি শব্দৰ উৎপত্তিঃ** কাৰবিসকলে নিজকে কিয় কাৰবি বুলি কয় বা অইন মানুহে কিয় তেওঁলোকক মিকিৰ বুলি কয় এই বিষয়ে নিজা মন্তব্য দিব বা নিশ্চিত সিদ্ধান্তত উপনিত হব নোৱাৰি। সেয়েহে তেওঁলোকক বুজোৱা এই কাৰবি আৰু মিকিৰ শব্দৰ বিষয়ে থকা প্ৰচলিত কিংবদন্তী আৰু নানা পণ্ডিতৰ ধাৰণাসমূহকে আমি ভিত্তি হিচাপে গ্ৰহণ কৰিব লাগিব। ইয়াৰপৰা জনা যায় যে (১) আদিতে কাৰবিসকলে নিজকে 'ছমছি' বুলি কৈছিল। 'ছমছি' সাধাৰণ অৰ্থত আৰলেং। কাৰবি নামৰ উৎপত্তিৰ বিষয়ে বহুতৰ মত বেলেগ। ইতিহাসৰ পম খেদি উভতি খোজ ললে আমি দেখো যে উত্তৰ ভাৰতত শান্তিৰে বসবাস কৰা অনাৰ্য জাতিক দ্ৰাবিড়সকলে দক্ষিণ ভাৰতলৈ খেদি পঠিয়াই দিয়ে। দক্ষিণ ভাৰতৰ বহুতো ঠাইত ঘূৰি ফুৰাৰ পিছত শেষত তেওঁলোকে কাবেৰী নৈৰ পাৰত ৰাজ্য স্থাপন কৰিছিলগৈ। কিন্তু অনেক অপায় অমঙ্গলত উৎপীড়িত হৈ উত্তৰ ভাৰতলৈ পুনৰ ঘূৰি আহিল। এই কাবেৰীপৰীয়া জাতিকে উত্তৰ ভাৰতৰ অন্যান্যলোকসকলে কাবেৰী বাসী বুলি কবলৈ ললে। তেতিয়াৰপৰা আৰলং শব্দৰ পাছত কাবেৰী শব্দটো যোগ দিবলৈ ধৰিলে। কাবেৰী নদীক কাৰবিসকলে কাবিৰী লাংৰই বুলি কয়। গতিকে কাবিৰী শব্দৰপৰাই যে 'কাৰবি' শব্দৰ উৎপত্তি হৈছে তাক সহজতে অনুমান কৰিব পাৰি।

(২) কাৰবিসকলে তেওঁলোকৰ জনশ্ৰুতি অনুসৰি তেওঁলোকৰ ইষ্টদেৱতা হেম্ফুৰ ডাইনী 'পানজাক'ৰ উদ্দেশ্যে সকলোৱে খোৱাৰ আগতে নিজৰ খোৱা বস্তুৰ ভাগ অলপ দিয়া নিয়ম আছে। এই নিয়মটোক তেওঁলোকে "থেকাৰ দিয়া' বুলি কয় আৰু নিজকে থেকাৰ ৰথা জাতি ( থেকাৰ কিবি আছ ) বুলি পৰিচয় দিয়ে। যুগৰ পৰিবৰ্তনৰ লগে লগে থেকাৰ কিবিৰ উচ্চাৰণ সলনি হৈ থেকাৰৰ 'থে' লোপ পাই 'কাৰ' আৰু 'কিবিৰ' 'কি' লুপ্ত হৈ 'বি' থাকিলগৈ। তেনেকৈ শেষত 'কাৰবি' শব্দৰ জন্মলাভ হ'ল বুলি কিছুমানে বিশ্বাস কৰে।

(৩) কোনো কোনোৱে কয় যে এজন কাৰবি আদিম পুৰুষে হেনো ঘৰৰ ভিতৰত একুৰা ডাঙৰ জুই ধৰিছিল। এই জ্বলি থকা জুইকুৰা এৰি থৈ অহাত তেওঁৰ পত্নীয়ে তেওঁক 'মে আকাৰ চংহয় বি কাংকক" অৰ্থাৎ জ্বলা জুইকুৰা কিয় এৰি থৈ আহিছা বুলি কৈছিল। কাৰবি ভাষাত মে আকাৰ বা মে পাকাৰ মানে 'জুই'। 'বি' মানে এৰি থৈ অহা। এই মে আকাৰ 'বি' বাক্যাংশৰ 'মে আ' লোপ হৈ কাৰবি শব্দৰ সৃষ্টি হোৱা বুলি অনুমান কৰিব পাৰি।

(৪) কাৰবি শব্দটোৰ উৎপত্তিৰ বিষয়ে "মোচেৰা কেহিৰ' নামৰ এটা গীতত কোৱা হৈছে যে বিশ্বব্ৰহ্মাণ্ডখন ব্ৰহ্মাই সৃষ্টি কৰিছিল, সেইকাৰণে মানুহবোৰ ব্ৰহ্মাৰ আকৃতিৰ সৈতে একে হ'ল আৰু সৃষ্টিকৰ্তা ব্ৰহ্মাই জীৱশ্ৰেষ্ঠ এই মানৱ জাতিৰ নাম দিলে 'কাৰবি'। কাৰবি অৰ্থাৎ জীৱবিলাকৰ ভিতৰত পবিত্ৰ আৰু সৰ্বোত্তম জীৱ, মানুহ।

কাৰবি শব্দৰ দৰে মিকিৰ শব্দ উৎপত্তি হোৱাৰো কিছুমান জনশ্ৰুতি বা লোকবিশ্বাসৰ কথা শুনিবলৈ পোৱা যায়।

এইবিলাকৰ মতে (১) এই আদিম জনগোষ্ঠীৰ এজনী ৰাজকুমাৰী এজন নগা ৰাজকুমাৰৰ লগত বিয়া হৈছিল। ৰাজকুমাৰীৰ নাম আছিল 'মেক্ৰি'। নগাসকলে 'মেক্ৰি' উচ্চাৰণ কৰিব নোৱাৰি 'মিকিৰ' বুলিছিল আৰু ইয়াৰপৰাই মিকিৰ শব্দৰ উৎপত্তি বুলি এওঁলোকে বিশ্বাস কৰে।

(২) আৰো কিছুমান লোকৰ মতে এই আদিম জনগোষ্ঠীৰ লোকসকল অসমলৈ অহাৰ সময়ত এওঁলোকৰ লগত অনা এটা মেকুৰী হেৰাইছিল। এই মেকুৰীটো বিচাৰি ফুৰোঁতে আন সম্প্ৰদায়ৰ মানুহে লগ পাই তেওঁলোক ক'ৰ পৰা আহিছে, তেওঁলোক কি মানুহ বা তেওঁলোক ক'ত থাকে ইত্যাদি প্ৰশ্ন সুধিছিল, কিন্তু মেকুৰী বিচৰা লোকসকলে তেওঁলোকৰ ভাষা বুজিব নোৱাৰি



চমুকৈ "মেংকিৰি (Mengkiri) অৰ্থাৎ মেকুৰী বিচাৰিছে বুলি কলে। প্ৰশ্ন কৰোঁতাসকলেও আগন্তুকসকলৰ ভাষা বুজিব নোৱাৰিলে। গতিকে শেষত এই লোকসকলক চিনাকি দিবলৈ হয়তো 'মেংকিৰি' শব্দ প্ৰয়োগ কৰিবলৈ ধৰিলে। কালক্ৰমত এই 'মেংকিৰি' শব্দৰ পৰিবৰ্তন ঘটি মিকিৰ নামৰ উৎপত্তি হোৱা বুলি অনুমান কৰা হয়।

**কাৰবিসকলৰ ভাষা :** প্ৰত্যেক জাতিৰে একোটা স্বকীয়া ভাষা থাকে। ভাষা নোহোৱা জাতি নাই। কাৰণ ভাব প্ৰকাশৰ মাধ্যম হৈছে ভাষা। কিন্তু আমি লগতে এই কথাও স্বীকাৰ কৰিব লাগিব যে কোনো জাতিয়েই তেওঁলোকৰ ভাষাটো সম্পূৰ্ণ স্বকীয়াকৈ জন্ম দিব পৰা নাই। প্ৰত্যেক জাতিৰে ভাষাৰ বিকাশ ঘটিছে আন আন ভাষাৰ সমন্বয়তহে। আৰো এই সমন্বয়ৰ সৃষ্টি হৈছে মানুহৰ মাজত হোৱা আদান প্ৰদান, যাতায়ত বা বাণিজ্যিক যোগসূত্ৰৰ মাধ্যমেৰে। কাৰবি ভাষাৰ লগত অন্য ভাষাৰ শব্দ সোমাই তেওঁলোকৰ ভাষাক পৰিপুষ্ট কৰা দেখা যায়। এইবিলাক শব্দ হৈছে—

| অসমীয়া | কাৰবি | তিব্বতীয় |
|---|---|---|
| কুঁৱৰী> | কুংৰী | |
| গুৰু> | কুৰু | |
| ঘণ্টা> | থন্টা | |
| খৰচ> | কৰত | |
| চুলি> | চু | |
| গাঁওবুঢ়া> | কাংবুৰা | |
| সিংহ> | হিংহ | |
| সংসাৰী> | হংহাৰী | |
| ৰাগি> | ৰাকি | |
| ৰাশি> | ৰাহি | |
| — | মে ( জুই— | <মে |
| **খাচী** | **কাৰবি** | |
| বিথি ( পাণ )> | বিথি বা বিক্ৰণ | |
| কৰে ( তামোল )> | কৰে | |
| ভুমা ( ধপাত )> | ভুমা | |
| কিন থাই> | কিঠাই | |

| বড়ো | কাৰবি |
|---|---|
| মেগন ( চকু )> | মেক |
| চুনি ( চুন )> | ছাইনি |
| মুং ( নাম )> | মেন |
| আখেং ( ভৰি )> | কেং |
| আথাম ( ভাত )> | আন |
| লাইসি ( সাহিত্য )> | লাম্‌মেত |

তেনেদৰে কাৰবি ভাষাৰপৰাও অসমীয়া ভাষালৈ কিছুমান শব্দ অহা দেখা যায়। যেনে—

| কাৰবি | অসমীয়া |
|---|---|
| হাৱাৰ কেহাত> | হাওৰাঘাট |
| দংমুকাক> | ডকমকা |
| ডেন আৰং> | ডেনগাঁও |
| ধেণ্টা আথাতত> | ধেণ্টাঘাট |
| ব'থাত লাংছ> | বৈথালাংছ' |
| কৰকাঠি> | হৰকাঠি |
| লাংহেন> | লাংহিন |
| লংলিত> | লংনিত |

কাৰবি ভাষাৰপৰা ঠাই বুজোৱা শব্দৰ উপৰিও নদীবাচক শব্দ কিছুমান অসমীয়া ভাষাত গ্ৰহণ কৰা হৈছে। এই শব্দবিলাক হৈছে কপিলী, লংনিত, বৰলাংফেৰ, লাংক্ৰি, ৰবপানী, লাংহিন, বৈথালাংছ, লামডিং ইত্যাদি।

তেনেদৰে কাৰবি ভাষাত অসমীয়া ভাষাৰ শব্দও সুমোৱা দেখা যায়। কাৰবিসকলে অসমীয়া ভাষা ব্যৱহাৰ কৰিলে তেওঁলোকৰ উচ্চাৰণ পদ্ধতিত অসমীয়া উচ্চাৰণ ধ্বনিৰ পৰিৱৰ্তন হোৱা পৰিলক্ষিত হয়। যেনে—কাৰবি ভাষাত গ / ঘ আৰু দন্তমূলীয় / ধ / ধ্বনিৰ উচ্চাৰণ নহয় যদিও অসমীয়া শব্দৰ মাজেদি অহা কাৰবি শব্দবোৰত যথাক্ৰমে গ>ব>ঘ>কহ আৰু ধ>দহ ৰূপত উচ্চাৰণ হোৱা দেখা যায়। যেনে—গাঁওবুঢ়া>কাংবুৰা, ঘৰ>কহৰধন>দহন, মধুৰীআম>মাতুৰাম ইত্যাদি।

তিব্বতবৰ্মীয় ভাষা গোষ্ঠীৰ লোকসকলৰ মূৰ্ধন্য আৰু দন্তবৰ্ণ উচ্চাৰণ



হয়। অৱশ্যে বিদেশী শব্দবোৰৰ ক্ষেত্ৰত প্ৰয়োজন অনুযায়ী মূৰ্ধন্য বৰ্ণবোৰ ৰখা হৈছে। অসমীয়া ভাষাত / স / অৰ্থাৎ ( x ) ধ্বনি কাৰবি ভাষাত / হ / ধ্বনি ৰূপে ব্যৱহাৰ হয়। / স / ধ্বনি বুজোৱা শব্দবোৰ কাৰবি ভাষালৈ ৰূপান্তৰিত হওঁতে সাধাৰণতে এই পৰিৱৰ্তন হোৱা দেখা যায়। যেনে সমাজ>হমাজ শিয়াল>হিয়াল>হিজাই, অসম>অহম ইত্যাদি।

**শব্দৰ পাৰ্থক্য ঃ** কাৰবিসকলৰ ভাষা একেটা হলেও বহুক্ষেত্ৰত ঠাই ভেদে শব্দ আৰু ধ্বনিৰ প্ৰভেদ দেখা যায়। উদাহৰণ স্বৰূপে কবলৈ গলে আন কাৰবি ভাষাভাষী পাহাৰীয়াসকলৰ লগত কামৰূপ, নগাঁও, যমুনামুখ, ধৰমতুল আদি ভৈয়াম অঞ্চলত বসবাস কৰি থকা কাৰবিসকলৰ ভাষাৰ শব্দ ধ্বনিত মন কৰিব লগীয়া পাৰ্থক্য দেখা যায়। ঠিক তেনেদৰে কাৰবি আংলঙৰ পুব আৰু পশ্চিম অংশত কিছু পৰিমাণে ভাষাৰ অমিল দেখা যায়। উদাহৰণস্বৰূপে তলত কিছুমান শব্দ দেখুৱা হ'ল।

**নামবাচক শব্দ**

| অসমীয়া | পাহাৰৰ কাৰবি | ভৈয়ামৰ কাৰবি |
|---|---|---|
| বান্দৰ | কিপী, থেৰ | কাম্পী, থেৰ |
| গৰু | চাইনং | চৰং |
| চুণ | চাইনি | চানি |
| আকাশ | ছিনিং | ছনেং |
| বাঢ়ি | থইথে | থলথে |
| পাণ | বিক্ৰণ, বিথি | বিথি |
| তামোল | কৰে | আকেং |
| মাকৈ | থেংথে | মিথৰ |
| কুকুৰ | মেথান | হিক |
| গাহৰি | কম আপি, ফাক | ফাক, ইত্যাদি |

| অসমীয়া | পাহাৰৰ কাৰবি | যমুনামুখৰ কাৰবি | কামৰূপৰ কাৰবি |
|---|---|---|---|
| মাকৈ | থেংথে | থেংথে | মিথৰ |
| গছ | থেংপি | থেংপেই | — |
| কুকুৰ | মেথান | মেথান | হিক্ ইত্যাদি |

## সম্বন্ধ বুজোৱা শব্দ

| | | | |
|---|---|---|---|
| ককাই বৌ | ইক-তেপী | কাকা-আপেই | — |
| খুৰা-খুৰী | পুনু-পীনু | দাদা-নু | — |
| ককা-আইতা | ফু-ফী | আতা-আবু | — |
| বাই-ভিনিহি | তে-তেপা | বাই-তপ | তেপ ইত্যাদি |

## কাৰবি ভাষাত গণনা বা হিচাপ

কাৰবিসকলৰ ভাষাত হাজাৰলৈকে গণনা কৰা পদ্ধতি প্ৰচলন আছে। একৰপৰা দহলৈকে মান সংখ্যাবোৰ ( cordinal ) হৈছে—ইছি, হিনি, কেথম, ফ্লি, ফ, থ্‌ক বা থেৰক, থ্‌কছি, নেৰকেপ, ছিৰপেক আৰু কেপ। এই সংখ্যাবোৰ বিশ্লেষণ কৰিলে দেখা যায় যে ৬ষ্ঠ সংখ্যাৰ পিছৰপৰা অন্যসংখ্যাৰ সহায় নললে সিহঁতৰ মান প্ৰকাশ নহয়। অৰ্থাৎ ৭ বুজাবলৈ ৬+১ ( থ্‌ক+ইছি=থ্‌কছি ) ৮ বুজাবলৈ ১০—২ ( —নেৰ+কেপ=নেৰকেপ ) ৯ বুজাবলৈ ১০—১ ( —চিৰ+কেপ=চিৰকেপ ) আৰু ১০ বুজাবলৈ কেপ। এঘাৰৰপৰা উনৈশলৈকে সংখ্যা পদবোৰৰ আগত 'ক্ৰে' উপসৰ্গ প্ৰয়োগ হয়। যেনে—ক্ৰেইছি ক্ৰেফ্লি ক্ৰেনেৰকেপ, ইংকয় সংখ্যাৰ পিছৰপৰা সংযোগৰক্ষী বা প্ৰত্যয় প্ৰয়োগ হয়। যেনে—ইংকয় ৰা ইছি=২১, ইংকয় ৰা নেৰকেপ=২৮ ইত্যাদি। এনেদৰে 'কেপ' শব্দৰ প্ৰয়োগ কৰি ৯০ লৈকে প্ৰকাশ কৰা হয়। যেনে—থমকেপ ( তিনিদহ ), থ্‌ককেপ (ছয়দহ), থ্‌কচিকেপ (সাত দহ), সত্তৰ সংখ্যাৰ পিছত আশী আৰু নব্বৈ বুজাবলৈ থ্‌ক শব্দৰ ব্যৱহাৰ মন কৰিব লগীয়া। যেনে থ্‌ক নেৰকেপ থ্‌কচিৰকেপ। ফাৰ শব্দৰদ্বাৰাই 'শ' নিৰ্দেশ কৰা হয়। সেইদৰে 'চুৰি ( হাজাৰ ) সংখ্যাই কাৰবি ভাষাৰ গণনা শেষ কৰিছে।

## বাক্য গঠন প্ৰণালী

কাৰবি ভাষাৰ বাক্য গঠন পদ্ধতি অসমীয়া ভাষাৰ বাক্য বিন্যাসৰ দৰেই। প্ৰথমতে কৰ্তা তাৰ পিছত কৰ্ম আৰু শেষত ক্ৰিয়াপদ ব্যৱহাৰ হয়। বিশেষণ আদিত সেই একে পদ্ধতিৰে ব্যৱহাৰ হয়। তলৰ বাক্য কেইটালৈ মন কৰিলে কথাটো বুজা যাব।

| অসমীয়া | কাৰবি |
|---|---|
| মই ভাত খাম | নে আন, চ' জি। |
| ৰাম গ'ল | ৰাম দাম তাংল'। |
| তুমি যোৱা | নাং দামথ'। |



| অসমীয়া | কাৰবি |
|---|---|
| তোমাৰ বা আপোনাৰ নাম কি ? | নাং (নাংলি) মেন কপি ? |
| এইটো কি ? | লা কপি ল' |
| সেইটো কি ? | হালা কপি ল' |
| ৰঙা ফুল | মিৰ কে এৰ |
| ক'লা গৰু | ছাইনং কেইক |

## ঠাইৰ নামকৰণ

ঠাই আদিৰ নামকৰণত ব্যৱহৃত কাৰবি শব্দবিলাকৰ একোটা পটভূমি থকা দেখা যায়। তলত তাৰে কেইটামান শব্দৰ কেনে পটভূমিত সৃষ্টি হৈছে দেখুৱা হ'ল—

**লাংছ'লিএট :**—'লাং' মানে পানী। 'ছ' মানে সৰু, লিএট' মানে ধীৰ সোঁত, অৰ্থাৎ নিৰ্মল সোঁতৰ পানী ( জুৰি) অৰ্থাৎ লাংছলিয়েট মানে সৰু জুৰি থকা ঠাই।

**হাৱাইপুৰ :**—হাৱাই' শব্দ উপাধি বাচক ( নকবাৰি হাবাই, উমাহা হাৱাই ) আদি 'পুৰ' মানে নগৰ বা চহৰ। হাবাই উপাধিধাৰী লোক আছিল বাবে সেই ঠাইৰ নাম হাবাইপুৰ।

**হামৰেণ :**—'হামবেন' শব্দই পূজা কৰা এবিধ দীঘলীয়া ঘৰক বুজায়। 'হেম' মানে ঘৰ। তাৰে অপভ্ৰংশ হৈ 'হাম' শব্দ সিদ্ধ হৈছে। 'ৰেণ' মানে শাৰী অৰ্থাৎ দীঘলীয়া ঘৰৰ শাৰী। এনে ঘৰৰ শাৰী য'ত আছিল সেই ঠাই হামবেণ নামে নামাকৰণ হ'ল।

**নিলিপ :**—ইয়াৰ অৰ্থ উত্তৰ দিশ'।

**লুম্বাজং :**—'লুম' মানে পৰ্বতৰ টিং বা শৃঙ্গ। 'বাজং মানে অলপ গলেই পাব, অৰ্থাৎ অলপ গলেই টিং বা শৃঙ্গ পাব অৰ্থাৎ শৃঙ্গৰপৰা অনতিদূৰত অৱস্থিত ঠাই।

**বৈথালাংছ :**—'ৱ' মানে কুকুৰা চৰাই। 'থাত' মানে কটা, 'লাং' মানে পানী আৰু 'ছ' নামে সৰু অৰ্থাৎ যি জুৰিৰ পাৰত কুকুৰা কটা হৈছিল সেই ঠাই 'বৈথালাংছ ( মূলতঃ ৱথাতলাংছ ) মামে জনাজাত হ'ল।

**ফাংচেৰপ :**—'ফাং' মানে গমাৰী গছ, 'চেৰেপ' মানে যোঁজা অৰ্থাৎ জুজোপা গমাৰী গছ যি ঠাইত আছিল সেই ঠাইকে 'ফাংচেৰপ' নামে জনা যায়।

ৰংখাং ঃ—'ৰং' মানে গাঁও' 'খাং' মানে ৰক্ষা কৰা অৰ্থাৎ গাঁও ৰক্ষা কৰা। মুৰব্বীৰ মতে কোনো বিপদৰ সময়ত গাঁওৰ মানুহবিলাক একগোট হৈ গাঁওখন ৰক্ষা কৰিছিল। সেয়ে এই নামে প্ৰসিদ্ধি লাভ কৰিলে।

ডিফু ঃ—'ডিফু' নামটো কছাৰী ভাষাৰ শব্দ। 'ডি' মানে পানী 'ফু' মানে ঘোলা অৰ্থাৎ ঘোলা পানী।

অকক্ৰেং ঃ—শুকান মাছ বেছিকৈ ওলায় অৰ্থাৎ শুকান মাছৰ হাট।

# কাৰবি সাহিত্য

প্ৰত্যেক সুসভ্য জাতিৰে লিখিত সাহিত্য থকা দেখা যায়। এই সাহিত্যত তেওঁলোকৰ সমাজত থকা সকলো আচাৰ-ব্যৱহাৰ, শিল্প-কলাই পৰিপুষ্ট হৈ উঠে। সেয়েহে সাহিত্য এখন সমাজৰ দাপোণ স্বৰূপ বুলি কব পাৰি। দাপোণৰ দৰে সাহিত্যতো একোখন সমাজ প্ৰতিফলিত হয়। কিন্তু এইটো ঠিক যে প্ৰত্যেক জাতিৰ লিখিত সাহিত্য গঢ়ি উঠাৰ আগতে সেই সমাজৰ মানুহৰ আদিম যুগৰপৰা মানুহৰ মুখে মুখে চলি অহা গীত-পদ, ফকৰা-যোজনা আদি পোৱা যায়। এইবোৰক বোলা হয় লোক সাহিত্য। মুখ বাগৰি বাগৰি এইবোৰে মানুহৰ অন্তৰত থকা হৰ্ষ-বিষাদ আদি ভাব প্ৰকাশ কৰি আহিছে। সেয়েহে কিছুমানে ইয়াক মৌখিক সাহিত্যও বোলে। এই জিলাখন লিখিত সাহিত্যত পাছ পৰি আছে। মৌখিক সাহিত্যত পাছ পৰি থকা বুলি কব নোৱাৰি। মৌখিক সাহিত্যত অসমৰ তথা ভাৰতবৰ্ষৰ আন আন জাতিৰ লগত সমানে আগৰণুৱা হৈ যাব বুলি কলেও বঢ়াই কোৱা নহয়। সাহিত্যত উৰ্বৰ ভূমি কাৰবি আংলং জিলাত সাহিত্যই সহজতে বিকাশ লভিবৰ সম্ভাৱনা আছে। পুৰণি ভাস্কৰ্য, শিল্পকলা আদি অনেক সাহিত্যৰ সম্বল এই জিলাখনত ভৰি আছে। তদুপৰি এই জিলাত বাস কৰা কাৰবি আৰু আন আন জনজাতিৰ চহকী দোৱান, ভাষা, সাধুকথা, ফকৰা-যোজনা, নিচুকনি গীত, লোকগীত আদিত মানৱতাৰ বিশ্বজনীন সুৰ থকা কাহিনীয়ে এই জিলাক সাকৰা কৰি ৰাখিছে। সংগ্ৰহৰ অভাৱত আৰু লিপিবদ্ধ নোহোৱাৰ কাৰণে এই মূল্যবান সম্পদবিলাক লোপ পাই যাব ধৰিছে।

এইখিনিতে এটা কথা কোৱা ভাল যে মানুহ যিমানে সভ্যতাৰ জখলাত আৰোহন কৰিছে সিমানেই মানুহৰ মনত কিছু জটিলতাই ঠাই পাইছে। সেয়েহে সভ্যযুগৰ ( তথাকথিত ) সাহিত্য কিছুমান ৰক্ষণশীল হোৱা দেখা যায়। এইবোৰ বেছি ভাগেই হয় নিজ স্বাৰ্থ পুৰণৰ বাবে লিখা। কিন্তু আদিম যুগৰ মানুহবোৰ আছিল অতি সহজ সৰল। তেওঁলোকে স্বভাৱতে নিজৰ মনত উদ্ৰেক হোৱা অনুভূতিসমূহ নৃত্য গীতৰ মাজেৰে প্ৰকাশ কৰিছিল। তেওঁলোক আছিল স্বভাৱ কবি। স্বতঃস্ফূৰ্তভাৱে তেওঁলোকৰ প্ৰাণত স্পন্দিত হৈছিল

এইবোৰ মুখে মুখে আওৰাইছিল। সেয়ে কবলৈ হলে এই লোক-সাহিত্যসমূহ বিশ্লেষণ নকৰাকৈ এটা জাতিৰ সাহিত্য সংস্কৃতিৰ বিষয়ে কবলৈ যোৱাটো প্ৰসহনহে হব। এই লোকসাহিত্যসমূহে একোটা জাতিৰ মহান ঐতিহ্য প্ৰকাশ কৰি আহিছে আৰু ইয়াৰ ভেটিতেই গঢ়ি উঠিছে সেই জাতিৰ সভ্যতা সংস্কৃতি।

যিহেতু গদ্যতকৈ পদ্যৰ জন্ম আগেয়ে, সেয়েহে লোক-সাহিত্যসমূহ গঢ়ি উঠিছিল পদ্যৰ মাধ্যমেৰে। মানুহৰ মুখে মুখে প্ৰচলিত এই সাহিত্যৰ প্ৰকৃত ৰচক কোন তাক জনা নাযায়। প্ৰত্যেক জাতিৰে আদিম জনসমাজত প্ৰচলিত লোক-সাহিত্যবোৰৰ দৰে কাৰবি জাতিৰ মাজতো এই লোক-সাহিত্য বা লোকগীত থকা দেখা যায়। এই লোক-গীতসমূহ তেওঁলোক বিভিন্ন কাৰ্যত ব্যস্ত থাকোঁতে তেওঁলোকৰ লোক-বিশ্বাসৰ ভেটিত গঢ়ি উঠে। এইবোৰক এইদৰে ভাগ কৰিব পাৰি। (১) ভক্তি নাম (২) অনুষ্ঠানমূলক (৩) বিবিধ বিষয়ক গীত (৪) ফকৰা-যোজনাসমূহ আৰু সাধুকথা ইত্যাদি।

(১) **ভক্তি নাম ঃ**—কাৰবিসকলো দেৱ-দেৱীৰ উপাসক। তেওঁলোকে এই দেৱ-দেৱীসকলক বিভিন্ন সময়ত বিভিন্ন দৃষ্টিৰে পূজা অৰ্চনা কৰা দেখা যায়। এই দেৱ-দেৱীসকল হ'ল 'ব্ৰমা' (ব্ৰহ্মা), মহাদেই (মহাদেৱ) মহামাই (মহামায়া) আদি জনচেৰেক দেৱ-দেৱীৰ বাহিৰে সকলো দেৱতাৰ নাম কাৰবি ভাষাতেই দি লোৱা হৈছে। দেৱতাসকলৰ মাজত আৰনাম হেমফু, প'ৰিনজা, চিনথং আৰনাম, পেং, মুক্ৰাং হাৰচি অকৰেং বা ছুইক্ৰাই, দেংজাহুৰি ইত্যাদিয়েই প্ৰধান। প্ৰতিজন দেৱতাৰ উপাসনাৰ উদ্দেশ্যও বেলেগ বেলেগ। এই দেৱতাসকলৰ উদ্দেশ্যে তেওঁলোকে কিছুমান গীত গাইছিল। ৰামচন্দ্ৰ তেওঁলোকৰ মনতো এক অৱতাৰী ভগৱান। তেওঁলোকে নিজকে বালিৰ গোত্ৰৰ বুলি কয়। ভগৱান ৰামচন্দ্ৰ আৰু বালিৰ সম্পৰ্কৰ পিছতে কাৰবিসকলৰ লগত ৰামচন্দ্ৰৰ সম্পৰ্ক হয়। এই বিষয়ে তেওঁলোকৰ 'ৰ' ৰৰ কেমাথা পূজাত তাৰ এটা ক্ষীণ আভাস পোৱা যায়। ইয়াৰ এফাঁকি মন্ত্ৰ—

হেম হেম হেম আৰনাম  
চিক্ল' আছে' আৰণি আছ'  
তে'মন আছ' তেভলি আছ'।

অৰ্থাৎ হে হেম সৃষ্টিকৰ্তা  
তুমি আমাৰ পূৰ্ব পুৰুষ  
চন্দ্ৰ সূৰ্য ৰাম বৰুণৰ প্ৰভু।



ৰামচৰিত বা ৰামায়ণ পাঠ কাৰবি সমাজত 'ছাবিন আলুন' নামে প্ৰচলিত। যি পাঠকে এই ৰামায়ণ সুৰ লগাই পাঠ কৰে তেওঁক কোৱা হয় 'লুঞ্চে'। ৰামৰ লগত ৰামভক্ত 'হনুমান' পূজাও কাৰবি সমাজত (কানপি আৰনাম) প্ৰচলিত আছে। নৱজাত শিশুই যাতে বলীপৱন পুত্ৰ হনুমানৰ কৃপা লাভ কৰে সেয়ে শিশুক কোলাত লৈ এই বুলি পূজা কৰে—মন্ত্ৰ এফাঁকি—

"হেম হেম হেমফু কাং তাং আছন  
মুক্ৰাং কাং তাং আছন,  
ৰাম কাং তাং আছন,  
লখণ কাং তাং আছন,  
হলিমান কাং তাং আছন,  
জাকং নাং পি নন্  
হৰাং নাং পি নন্  
বিদি নাং পি নন্  
ছেৰে নাং পি নন ছ'ছেলেত ছুছেলেত নাংৰাই নন্  
নাং কম নন্  
নেছ' পুলে, নেছু পুলে  
মাহাং নাংপি নন্ হাৰচি নাংপি নন।  
ৰাম আদাক ল' লথন আদাকল্' "

অৰ্থাৎ হে সৃষ্টি কৰ্তা হেমফু  
হে বিষ্ণু আৰু শিৱৰ অৱতাৰ  
চন্দ্ৰ আৰু সূৰ্য  
বৰুণ আৰু পৱন  
আৰু ত্ৰেতাযুগৰ উদ্ধাৰকাৰী ভগৱান শ্ৰীৰাম  
আৰু লক্ষণ  
আৰু তেওঁলোকৰ ভক্ত হনুমান,  
মোৰ এই পুত্ৰক  
আপোনাৰ দৰে শক্তিশালী কৰক  
বীৰ্যশালী কৰক,  
সুন্দৰ কৰক আৰু ঐশ্বৰ্যশালী কৰক  
আমাক ভগৱান ৰামচন্দ্ৰৰ দৰে  
উজ্জ্বল কৰক লক্ষণৰ দৰে

শক্তিশালী কৰক আৰু এই ক্ষমতা
আমাৰ সতি-সন্ততিলৈকে
প্ৰৱাহিত কৰক
এই শপত আমি ভগৱান ৰাম আৰু
লক্ষণৰ দোহাই দি কৈছোঁ।

আজিকালি অৱশ্যে এই হনুমান পূজা কাৰবি সমাজত লোপ পাইছে।

**অনুষ্ঠানমূলক গীত ঃ** কাৰবিসকলৰ বিয়া পদ্ধতি অসমীয়া বা অন্য-কিছুমান জাতিতকৈ সুকীয়া। বিয়াৰ সময়ত দৰা-কইনাৰ মঙ্গল কামনা কৰি এওঁলোকে দেৱতাসকলৰ উদ্দেশ্যে উচ্চাৰণ কৰে। 'পেলু আলুন' বুলিলে কাৰবি সকলৰ বিয়া সম্পৰ্কীয় গীতকেই বুজায়। দৰাঘৰীয়া আৰু কইনাঘৰীয়া বয়ো-বৃদ্ধজনে 'হৰলাঙ'ৰ বটল চুই এইদৰে দেৱতাসকলক স্মৰণ কৰে—

"অ পিথে অ পুথে
পী মুক্ৰাং প' মুক্ৰাং
পী ৰিণজা প' ৰিণজা
আহেম আৰি আহেম আৰুং
বচে আৰনাম ইংতু আৰনাম
কিকিম আৰনাম কেৰাক আৰনাম,
নিছুৰি আদন, নিফাৰ আদন,
ইংচিন আদন কেফ্লুত উন এ' আৰলং আদন কেফ্লুত উন এ।
ছেৰ হনজেং কেদাক উন এ' ৰূপ হনজেং কেদাক উন এ
বচে কেমে নাংজি ইংতু কেমে নাংজি
অ বংচিন অ দামদাম
আথিক নেথান আৰেন নেথান

অৰ্থাৎ, হে মহান ঈশ্বৰ, হে পিতা, হে গৃহদেৱতা, হে বন্ধন দেৱতা, হে গৃহ নিৰ্মাণ দেৱতা আমাৰ পুৱণি মিত্ৰতাৰ বান্ধোন লোহ সদৃশ কঠিন হওক, সোণৰ ৰূপৰ সূতাৰ নিচিনা চিঙিব নোৱাৰা হওক, দৰা-কইনাৰ নতুন সংসাৰ মধুময় হওক। হে বংচিন তুমি দৰা-কইনাৰ ভবিষ্যত ব্যক্ত কৰা।" এই বুলি বৃদ্ধজনে লাওবপৰা মদ ঢালি দিব। মদ পোনে পোনে মাটিত পৰিলে হেনো মঙ্গল, আৰু লাওৰ গাত বাগৰি গলে অমঙ্গল হয় বুলি বিশ্বাস। কাৰবিসকলৰ জেঠৈৰী বৈনাই বা ভিনিহি থুলশালীৰ মাজত বিয়ৈৰ সম্বন্ধ ঘটে। থুলশালীয়েকে ভিনিহিয়েকক সম্বোধন কৰি গোৱা গীতৰ নমুনা এই—



"জ ছাংলিন কামে
আনথিমা ৰিমকুচ্ছে
বংছুক পাংফাৰচে
দেং কিন্দু তকুচ্ছে
ল'টি আজাক মে
জেং জা.ত পেন লে
ল হুম্‌ৰি ৰাংকে।

অৰ্থাৎ, "কিয়নো আহিছা চেনেহৰ ভিনদেউ
লগত লৈ বান্ধৱৰ দল
মূৰত পকা চুলি হাততো লাখুটি
চকু জলক-তবক হ'ল।"

**মাছিৰা কেহিৰ ঃ**—এই গীত তেওঁলোকৰ মন্ত্ৰৰ দৰে। এই গীত কেৱল পিতা পিতামহৰ শ্ৰাদ্ধতহে আবৃতি কৰা হয়। বাটে ঘাটে এই গীত গোৱা নিষেধ। শ্ৰাদ্ধক তেওঁলোকে চ'মাংকান বোলে। এইটো তেওঁলোকৰ এটা ডাঙৰ উৎসৱ। এই উৎসৱত গোৱা গীততো সৃষ্টিতত্ত্বৰ কথা সোমাই আছে। এই গীতবোৰ মন্ত্ৰৰ দৰে। যেনে—

ইলি কাৰবি তাংতে
নিয়মকে কেদকক
নিদাতকে কেদ'কক
কেপ্লাং নাংকক
কেফি চিংথুম নাংকক
কেপ্লাং লাপুহেল
কেফি লাপুহেল।

**বিবিধ বিষয়ক গীত ঃ**—কাৰবিসকলে বিভিন্ন কাম কৰোঁতে আৰু কৃষি কৰ্ম আদিৰ লগত সম্পৰ্ক থকা জনবিশ্বাসৰ ওপৰত গোৱা বিভিন্ন ধৰণৰ গীত তেওঁলোকৰ আবেগ অনুভূতি প্ৰকাশৰ কিছুমান প্ৰণয়মূলক গীত আৰু ফকৰা যোজনা আদিও পোৱা যায়। এইবোৰ হ'ল—

(১) **হাচা কেকান ( লখিমী উৎসৱ )** এইটো কাৰবিসকলৰ উল্লেখযোগ্য উৎসৱ। ছ'কেৰইৰ' অন্ততঃ সেই ৰাতিয়েই আয়োজন কৰা হয়। ৰাতি দুপৰ হলে ডেকাসকলে গৃহস্থক উদ্দেশ্য কৰি এই গীতটো গায়—

হিচ্ছং ৰচ্ছক তেলিৰাং
কেকান আহান চ'ল'নাং
হাচাকান পাংথাং কেৰতাং
ক্লিমছ' জান নন কান্ আহাৰ তাং

ইয়াৰ অৰ্থ হ'ল—ৰাতি দুপৰ হ'ল। সপ্তৰ্ষিমণ্ডল মূৰৰ ওপৰ পালেহি। আমোদ প্ৰমোদ কৰি গোটেই ৰাতি কটাব নোৱাৰি। গতিকে ৰাইজক খুৱাই বুৱাই বিদায় দিয়ক।

মিচুং ক্ৰেত আলুন ( যঁতৰৰ গীত ) :—এই গীতটো মান সৈন্যই অসম আক্ৰমণ কৰাৰ সময়ত কাৰবি সমাজৰ ওপৰত কৰা অত্যাচাৰৰ পটভূমিত সৃষ্টি হৈছিল। যঁতৰত সূতা কাটি কাটি লিৰবনে সখীয়েক লাৰবিনৰ মাক দেউতাকক টোপনিৰপৰা জগাই মান সৈন্যই তৰ্কিব নোৱাৰাকৈ গীতৰ সহায়ত জগাই পলুৱাই পঠাইছিল। গীতটো হ'স—

"অ' জাৰি পেন ৰ'
থুৰ নন্ তি থুৰজ
ইৰিন্দি মেছ'
থুপাং থুন ন'
হাতুৰ ৰাং তাংল
নক ফেলাং এঙজ
ৰেং……বেং ছুক্ৰেক।"

গীতৰ অৰ্থ হ'ল—হে মা দেউতা, শত্ৰু আহি তোমাৰ সকলোপিনে আগুৰি ধৰিছে। গতিকে সোনকালে উঠা। চোৱা সিহঁতৰ ৰক্তাক্ত তৰোৱালবোৰ এন্ধাৰৰ মাজতো চিক্‌মিক্ কৰি আছে।

অছকেৰেই আলুন ( নিচুকনি গীত ) :—কাৰবিসকলৰ মাজতো নিচুকনি গীতৰ প্ৰাধান্য দেখা যায়। যেনে—

"অ চিক্লপী পেন চিক্লছ'
নাংছ' আৰনি পন তাংল
পেপন আলিং পেপন নাং
বেহেম আথেকুপ থেকুপ
ছ'ক নাংতক পাংতুক পাংদক
তেপ লমা হাকুছন আতক ?



তেপ তেলাং ফেল আং পাং
কেং লংপ' ৰাং ফ্লুত
মেথান চেকৰ দুত,
হতন পেন বেলেং পাৰকুপ
অছ'মাৰ বেক্লুং—'।

অৰ্থাৎ ইয়াৰ অৰ্থ হ'ল—

অ' জোনবাই অ সকতৰা,
তোমাৰ সন্তান বেলিয়ে নিলে।
নিচে যদি নিয়ক,
সৌ…বে ঘৰৰ চোতালত
ধান খুন্দিছে কঁকাল ভাঙি ভাঙি
নহরু পিহা হৈছে নে ?
ধানৰ চোকোৰাবোৰ গুৰি হোৱা নাই
বন মানুহ সদৃশ ( কেংলংপ ) জন্তু আহিছে
কুকুৰৰ মাজত কামোৰা কামুৰি লাগিছে
দোণ আৰু পাচি উবুৰিয়াই দিয়া
ল'ৰা-ছোৱালী মথাও পলাল।

কাৰবি লোকগীতত প্ৰণয় :—অসমীয়া বিহুগীতৰ সদৃশ কাৰবি জাতিৰ মাজতো ডেকা-গাভৰুসকলৰ অন্তৰত থকা আবেগ অনুভূতিসমূহ গীতৰ মাজেৰে প্ৰকাশ কৰা দেখা যায়। যেনে,

লংচকছ দেংলিম
ছামিমেত দালিম
জিপুচক আদিম
ডালিম নাং ইংক্রিন
ৰিৰ উন এ ক্লানজিন।

অৰ্থাৎ, মৌ-মাখিয়ে বিচৰণ কৰা জুৰিৰ পাৰৰ সৰু শিল চটাত হে প্ৰিয়া! তুমি কাপোৰ ধুই আছিলা। ( কাৰণ ) সেই শিলচটাৰপৰা তোমাৰ শৰীৰৰ মধুৰ গোন্ধ এতিয়াও নিৰ্গত হব লাগিছে।

সামাজিক অভিজ্ঞতাৰ ওপৰতেই জাতীয় জীৱনৰ প্ৰতিচ্ছবি প্ৰকাশত বিভিন্ন যোজনাৰ সৃষ্টি হয়। প্ৰত্যেক জাতিৰ মাজত প্ৰাকৃতিক জীৱনৰ লগত নিজৰ

কাৰবি সমাজতো মাছ, চৰাই আদিয়ে ঠাই পোৱা দেখা যায়। কোনোবা কাৰবি ডেকাই কোনোবা পাহাৰী জুৰিত বহি গা ধুই থকা গাভৰুৰ নিমজ ভৰিৰ কলাফুল দেখি মতলীয়া হৈ গাইছে—

কেং ছাৰতি নুবই
কাংৰই মা কাংৰই
লংকইছ অহৰই।

অৰ্থাৎ, "কুৰি মাছৰ লেখিয়া তোমাৰ কলাফুল দেখি মোৰ ভাল লাগিছে। (সম্ভৱত) তোমাৰ যত্নতহে ইমান ধুনীয়া হৈ উঠিছে। পৰি থকা শিলগুটিবোৰেই ইয়াৰ প্ৰমাণ।" কাৰবিসকলৰ মতে কপৌ চৰাই পূণ্য মানুহৰ আত্মা। সেয়েহে কপৌ চৰাই কোনো অন্যায় নকৰে আৰু মানুহৰ ভবিষ্যতৰ সংকেত দিব পাৰে। এই বিশ্বাস তেওঁলোকৰ প্ৰণয়ী গীততো প্ৰকাশ পাইছে—

মাহিন ফ ৰাজাং
ছিমলিৰ থুং লাং বাং
নাংজু কাতেৰাম
নে জু পাতাৰ নাংফান
ছামি বং আফান
তংছ' ৰুণ এ কিবান
মাতি থুং লাং বাং

অৰ্থাৎ, অপইতা বাঁহৰ আগত বহি কপৌজনীয়ে বৰকৈ বিনাইছে। হেৰা, কপৌজনী, মোৰ প্ৰেয়সীৰ কিবা দুঃসংবাদ পাইছা যদি কৈ দিয়া।

**ৰংকেকিম ( গাঁও সংগঠন ) :**—কাৰবিসকল প্ৰাচীন কালৰপৰাই কৃষিজীৱী। এওঁলোকে প্ৰধানকৈ জুম খেতি কৰিছিল। এওঁলোকে উন্নত প্ৰণালীৰে খেতি কৰিব নাজানিছিল বাবে তিনি চাৰি বছৰৰ অন্তৰত উৰ্বৰা মাটি বিচাৰি বেলেগ বেলেগ ঠাইলৈ উঠি যাব লগীয়া হৈছিল। 'ৰংকেকিম' সম্পৰ্কে ৰচিত গীতবোৰৰ ভিতৰত কাৰবি সমাজৰ মাজত এজন গাঁওবুঢ়া আছিল। তেওঁক কাচেন ককা বুলিয়েই অভিহিত কৰিছিল। কিয়নো তেওঁ গাঁওখনৰ উন্নতিৰ প্ৰতি সদায় সজাগ আছিল। কাচেন ককাই উন্নতশীল গাঁও প্ৰতিষ্ঠা কৰাৰ একাগ্ৰতা 'ৰং কেকিম' গীতৰ মাজেৰে আভাস পোৱা যায় এনে দৰে—

ৰ্দ্ধকাছেন ল'ৰি



ইৰ্দ্ধ পেন ইৰি
থুৰ ৰক ৰ'কি।

অৰ্থাৎ, কাচেন ককাই কুকুৰাই ডাক দিয়াৰ আগতে শয্যা ত্যাগ কৰিছিল। কিয়নো কাচেন ককাই গাঁওৰ উন্নতি হোৱাতো বিচাৰিছিল আৰু সেয়েহে তেওঁ গাঁওখন এঠাইৰপৰা আন ঠাইত উৰ্বৰা মাটি বিচাৰি প্ৰতিষ্ঠা কৰিছিল।

**ফকৰা-যোজনা :**—আন আন ভাষাৰ মাজত থকা ফকৰা-যোজনা সদৃশ কাৰবি সমাজৰ মাজতো ফকৰা-যোজনা নথকা নহয়। এইবোৰৰপৰা তেওঁলোকৰ সামাজিক চিত্ৰৰ নিদৰ্শন পোৱা যায়। ফকৰা-যোজনা আৰু নীতিবচন সমূহ হ'ল—

"আৰংতা থৰদাক অথেটা অৰদাক" অৰ্থাৎ 'বাপ চাই পো'। "আবি পেন আহেক আবং পেন আমৰথু" অৰ্থাৎ 'বিল চাই বিহ, চুঙা চাই সোপা', "চাৰ আলাম্কে লামদাক্ কাচেকক্কে লাথাক থাক" অৰ্থাৎ 'বুঢ়াৰ কথা নুশুন ডেকা টানত পৰি কিয় কেকা', "অ'ছ প্ৰাক জাং তাং আফি প্ৰাক কাংঠিন" অৰ্থাৎ 'চোৰ গলে বুধি বৰষুণ গলে জাপি' ইত্যাদি।

## কাৰবি আংলং জিলাৰ কেইজনমান লিখকৰ চমু পৰিচয়

প্ৰথম অসমীয়া লিপিৰে কাৰবি ভাষাৰ ছপা কিতাপ ইং ১৮৭৫ চনত প্ৰকাশ পায়। ইয়াৰ পিছত কেইখনমান কাৰবি ভাষাৰ ছপা কিতাপ ৰোমান লিপিৰে প্ৰকাশিত হৈছিল।

১. পোন প্ৰথমে ৺থেংকুৰচিং ইংতি, জে. এম. ফাৰৱেল আৰু পি. ই. মুৰ চাহাবৰ সহযোগিতাত স্কুলীয়া পাঠ্য পুথিবোৰ অসমীয়া লিপিৰে প্ৰকাশ কৰা হৈছিল, কিন্তু পিছলৈ ৰোমান আখৰ ব্যৱহাৰ কৰা দেখা যায়। থেংকুৰচিং ইংতিৰ পুতেক ছেমছন ইংতি আৰু হতন চাহাবৰ সহযোগিতাত বহুতো স্কুলীয়া পাঠ্যপুথি অসমীয়া লিপিৰে প্ৰকাশ পাইছিল।

২. ইং ১৯০৮ চনত Sir Charles Syallৰ সম্পাদনাত 'The Mikir' নামৰ কিতাপখন প্ৰকাশ পায়। ইয়াৰ জৰিয়তে কাৰবিসকলৰ আচাৰ-ব্যৱহাৰ, ধৰ্ম, ভাষা, পোছাক-পৰিচ্ছদ, সমাজৰ নিয়মনীতিৰ ওপৰত বহলাই ব্যাখ্যা কৰা দেখা যায়।

৩. ইং ১৯২৫ চনত G. D. Walker, M. B. E., M. A., B. Sc., I. C. S. ডাঙৰীয়াদেৱৰ সৌজন্যত 'A Dictionery of Mikir Language'

৪. ইয়াৰ উপৰি W. R. Hotton-ৰে 'Mikir Third Reader' আৰু 'Vopi Akitap' নামৰ কিতাপ দুখন প্ৰণয়ন কৰে।

**থেংকুৰচিং ইংতি** ঃ—১৮৫০ চনত নগাঁও চহৰৰপৰা ৩৮ মাইল আৰু কামপুৰ ৰেলষ্টেচনৰপৰা প্ৰায় ২০ মাইল দক্ষিণে টিকা পাহাৰৰ কোনো এখনি গাঁওত এওঁ জন্মগ্ৰহণ কৰে। ১৮৮৯ চনৰ আগতে জে. এম. ফাৰৱেল আৰু পি. ই. মুৰ নামৰ দুজন আমেৰিকান পাদুৰি চাহাব এই টিকা পাহাৰলৈ আহিছিল। এওঁলোকে কমসময়ৰ ভিতৰতে কাৰবিসকলৰ লগত আপোন হৈ পৰিছিল আৰু তেওঁলোকৰ ভাষা লিখিবলৈ আৰু কবলৈ শিকিছিল।

১৯০০ চনত এই আমেৰিকান পাদুৰি চাহাব দুজনে এই টিকা পাহাৰতে এটা গীৰ্জাঘৰ আৰু এখন প্ৰাইমাৰী স্কুল প্ৰতিষ্ঠা কৰে। এই গীৰ্জাঘৰ আৰু স্কুলঘৰ সজা কামত থেংকুৰচিং ইংতি, চাৰবুঢ়া ইংতি আৰু মহেন্দ্ৰ ৰংপিয়ে চাহাবদ্বয়ক যথেষ্ট সহায় কৰিৰিছিল। উক্ত প্ৰাইমাৰী স্কুলৰ থেংকুৰচিং ইংতিৱে প্ৰথম শিক্ষক আছিল আৰু পাদুৰি ইংৰাজ চাহাবদ্বয়ৰ সহায়ত প্ৰেছৰ কামও শিকিছিল। ক্লিক্লি ( পথিলা ), কালথা ( গণিত ), প্ৰথম মিকিৰ পাঠ, দ্বিতীয় মিকিৰ পাঠ, চতুৰ্থ মিকিৰ পাঠ, নিং আৰজান ( হৃদয় তৰ্পন ), চিনিং পুৰ্থিমি ( যাত্ৰীৰ যাত্ৰা ), বিৰতা কেমে থেংতন ( বস্তি বা জোৰ ) আদি কিতাপবোৰ পাদুৰি চাহাবদ্বয়ে ৰচনা কৰিছিল আৰু থেংকুৰচিং ইংতিয়ে ছপা কৰিছিল। টিকা গীৰ্জাৰ কাৰণে এটা ছপাকল আছিল। এই ছপাকলটোৰ ওজন আছিল মাত্ৰ দুই মোন। এই যন্ত্ৰটো এজন মানুহে বৈঠালাংছ'ৰপৰা টিকালৈ আনিব পাৰিছিল আৰু সকলো কিতাপ ইয়াতে ছপা কৰা হৈছিল।

৺সূৰ্যকুমাৰ ভূঞাৰদ্বাৰা সম্পাদিত দেওধাই অসম বুৰঞ্জীৰ "মিকিৰৰ আদি কথা" খওটো এখেতেই প্ৰণয়ন কৰিছিল। এখেতৰ পুতেক ছেমছন ইংতিয়ে তেখেতৰ শিক্ষাগুৰু সূৰ্যকুমাৰ ভূঞাদেৱক পঢ়ি থকা অৱস্থাতে দিছিল। গীৰ্জাঘৰ, স্কুলঘৰ আদি ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানসমূহ প্ৰতিষ্ঠা আৰু উন্নতি ইংতি দেৱৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফল বুলিব পাৰি।

**ছেমচন ছিং ইংতি** ঃ—ছেমচনছিং ইংতিৰ জন্মস্থান সম্পৰ্কে সঠিককৈ কব নোৱাৰি। ১৯০৮ চনত টিকা পাহাৰৰ এখন গাঁওত জন্মগ্ৰহণ কৰিছিল বুলি বহুতে মত প্ৰকাশ কৰে। আকৌ ১৯০৯ চনত গোলাঘাটৰ মিছন পট্টিত জন্মগ্ৰহণ কৰিছিল বুলিও বহুতে মতামত দাঙি ধৰে। এখেতৰ দেউতাকৰ নাম আছিল থেংকুৰচিং ইংতি। গোলাঘাটৰ মিছন প্ৰাইমাৰী স্কুলৰপৰা এখেতে



স্কুলৰপৰা মেট্ৰিক ( এণ্ট্ৰান্স ) পৰীক্ষা পাছ কৰে। কলেজীয়া শিক্ষা লাভৰ কাৰণে গুৱাহাটীৰ কটন কলেজত পঢ়িবলৈ লয়, কিন্তু বি. এ. পাছ কৰিছিল ছিলেটৰ মুৰাৰীচাঁদ কলেজৰপৰা। বি. এ. পাছ কৰাৰ পিছত গোলাঘাটৰ বেজবৰুৱা হাইস্কুলত কিছুদিন শিক্ষকতা কৰিছিল। তাৰ পিছত তেখেত শিক্ষা বিভাগৰ উপ-স্কুল-পৰিদৰ্শকৰ পদত নিযুক্ত হৈছিল। তেখেতৰ চেষ্টাতেই ভালেমান প্ৰাইমাৰী স্কুল গঢ়ি উঠে। তেখেতৰ যত্নতেই কাৰবি দৰবাৰ গঠন হৈছিল। ছেমচন ছিং ইংতি আৰু খৰচিং টেৰাঙৰ একাণপতীয়া চেষ্টাৰ ফলত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ স্বকীয়া জিলা হিচাপে পৰিগণিত হৈছিল। তেখেতে লিখা কিতাপসমূহ হ'ল—


৺ছেমচনছিং ইংতি

(১) "The Mikir Readers Bituso" ( স্কুলীয়া পাঠ্য পুথি ) ১ম ভাগ, (২) The Mikir Readers Bituso" দ্বিতীয় ভাগ আৰু তৃতীয় ভাগ। তেখেতে লিখা কিতাপসমূহৰ লিপি ৰোমান আছিল যদিও ভাষা আছিল কাৰবি।


শ্ৰীবংলং তেৰাং

**শ্ৰীবংলং তেৰাং** ঃ—এতেখৰ ঘৰ ডিলাইত। এখেতৰ ১৯০৯ চনৰ ১০ অক্টোবৰত জন্ম হৈছিল। দেউতাকৰ নাম আছিল চাৰ তেৰাং আৰু মাকৰ নাম হ'ল

কাৰে তিছপী। গোলাঘাটৰ বেজবৰুৱা হাইস্কুলত ৫ম মান শ্ৰেণীলৈকে পঢ়িছিল। সৰু কালৰপৰাই হালকোৰ বাই কঠোৰ পৰিশ্ৰমৰ মাজেতো যি সাহিত্য সংস্কৃতিৰ লিখনি চৰ্চা কৰিছিল সি সঁচাকৈয়ে অতুলনীয়। শ্ৰীতেৰাং ডাঙৰীয়াদেৱৰ প্ৰকাশিত পুথিসমূহ হ'ল—

| | পুথিৰ নাম | | প্ৰকাশিত চন |
|---|---|---|---|
| (১) | আদামাছাৰ | — | ১৯৩৭ চন |
| (২) | ৰূকাছেন | — | ১৯৩৭ „ |
| (৩) | হাঈ | — | ১৯৩৭ „ |
| (৪) | স্বেৰ হংথম | — | ১৯৬৪ „ |
| (৫) | কাৰ্বি কপুছন | — | ১৯৬৭ „ |
| (৬) | কাৰ্বি চবংজে | — | ১৯৭৭ „ |
| (৭) | দিন্নীৰ | — | ১৯৭৭ „ ( প্ৰকাশ ১৯৮১ ) |
| (৮) | আৰণ আতেং | — | ১৯৮০ „ |

১৯৮০ চনত আদামাছাৰ, ৰূকাচেন, কাৰবি কপুছন, তিনিওখন পুথি 'আৰণ আতেং' নাম দি উলিয়াইছে। বৰ্তমান হাতে লিখা অৱস্থাতে তেখেতৰ কেবাখনো পুথি আছে। এখেতৰ লিখনিসমূহৰ লিপি অসমীয়া আৰু ভাষা কাৰবি। ১৯৭৩ চনত ডিফু সাহিত্য সভাই বংলং তেৰাংদেৱক অক্লান্ত কাৰবি লেখক হিচাপে সম্বৰ্দ্ধনা জনায়। তিনিচুকীয়াত বহা ( সৰ্বানন্দ সিংহ নগৰ ) অসম সাহিত্য সভাৰ তৰফৰপৰা তেখেতক সম্বৰ্দ্ধনা জনায়। এখেতৰ লিখনিসমূহ হ'ল কাৰবি সমাজৰ আচাৰ-ব্যৱহাৰ, নীতি-নিয়ম, দেৱ-দেৱীৰ পূজা-পাৰ্বন আৰু বিবাহ আদিৰ ওপৰত লিখা।

শ্ৰীমতী বাছাপী ইংতি কাথাৰপী

**শ্ৰীমতী বাছাপী ইংতি কাথাৰপী :—** শ্ৰীমতী বাছাপী ইংতি কাথাৰপী ১৯১০ চনত ফেব্ৰুৱাৰী মাহৰ ১২ তাৰিখে টিকাপাহাৰত জন্মগ্ৰহণ কৰে। এখেতৰ দেউতাকৰ নাম আছিল মহী ইংতি কাথাৰ। নগাঁওৰ মিচন স্কুলৰপৰা স্কুলীয়া শিক্ষা গ্ৰহণ কৰে। এখেতে (১) অ' 'ছ' মাৰ আকিতাপ



( ইছি আৰাং ) (২) কালাখা আকিতাপ (৩) অ'ছ' মাৰ আকিতাপ ( ইনি আৰাং ) (৪) 'বিতুছ' নামৰ চাৰিখন স্কুলীয়া পাঠ্যপুথি কাৰবি ভাষাতে ৰচনা কৰে। বহুদিন ধৰি স্কুলৰ শিক্ষকতা কৰি জীৱন অতিবাহিত কৰা শ্ৰীমতী কাথাৰপী এগৰাকী শিক্ষানুৰাগী লোক। এতিয়া স্কুলৰ শিক্ষকতা পদৰপৰা অৱসৰ লৈছে যদিও সাহিত্য সংস্কৃতিৰ প্ৰতি অৱহেলা নকৰি সাহিত্যৰ সেৱাত ব্ৰতী হৈ আছে। ২১-১০-৭৩ চনৰ ডিফু সাহিত্য সভাই আৰু ১৯৭৩ চনত কাৰবি সাহিত্য সভাই এখেতক সম্বৰ্ধনা জনায়।

**শ্ৰীৰঘুনাথ টেৰন :—**এখেতৰ জন্ম নগাঁও জিলাৰ ৰহধলা নামৰ গাঁৱত। এখেতে 'কাৰবি প আকিতাপ' নামৰ এখন স্কুলৰ পাঠ্যপুথি (কাৰবি ভাষাত) লিখে।

**শ্ৰীযজ্ঞৰাম গগৈ, এম. এ., বিটি :—**এখেতৰ জন্ম হয় ইং ১-১১-২৩ তাৰিখে। এখেতৰ পিতৃৰ নাম ৺ফণীধৰ গগৈ। ঘৰ এই জিলাৰে অন্তৰ্গত সৰিয়হজানত। বৰ্তমান এখেত সৰিয়হজান হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে কাম কৰি আছে। এখেতে লিখা কিতাপ সমূহ হ'ল—"আমাৰ জয়া" ( কবিতা পুথি ) 'আমাৰ শঙ্কৰ' ( কবিতা পুথি ) তেওঁৰ লিখা অপৰাজেয় কবিতা। এখেতৰ আৱাহনত প্ৰকাশিত কবিতা—'পাহাৰৰ ধুমুহা, এজনী কাৰবি অচ'পি, আমি হিৰোচিমাৰ নতুন মানুহ, যাত্ৰী আমি অনন্ত যাত্ৰাৰ, আদি; সুৰভি, জয়ন্তী, অভিযাত্ৰী, মিলন, ভ্ৰমৰ, লুইত প্ৰাগজ্যোতি আদিত কবিতাসমূহ আৰু কাৰবি সংস্কৃতিৰ ওপৰত লিখা কবিতাসমূহ। ইয়াৰ উপৰি প্ৰতিবেশী মহোদয়ৰ বাংলা পুথিত 'শুভ্ৰপাখি' নামৰ কবিতা এটি বাংলা ভাষাতো প্ৰকাশ পোৱা দেখা যায়। এখেতৰ কাৰবি ভাষাৰ ওপৰত লিখা প্ৰবন্ধসমূহ অতি তথ্যগধুৰ। এখেতে কাৰবি ভাষা অতি শুৱলাকৈ কব পাৰে। এখেত অসম সাহিত্য সভাৰ আজীৱন সভ্য। ডিফু সাহিত্য সভা আৰু কাৰবি সাহিত্য সভাই এখেতৰ সাহিত্যৰ ৰচনাৰাজিৰ বাবে সম্বৰ্ধনা জনায়। ১৯৮১ চনত তেখেতে সুশিক্ষক হিচাপে সৰ্বভাৰতীয় জাতীয় পদক লাভ কৰে। যোৱা বছৰ ১৯৮০ চনৰ বাবে শিক্ষক কল্যাণ জাতীয় প্ৰতিষ্ঠানে (National foundation for teachers welfare ) আগবঢ়োৱা অধ্যাপক ডি. চি. শৰ্মা মেমোৰিয়েল পদকো লাভ কৰে।


শ্ৰীযজ্ঞৰাম গগৈ

**ছয় ছয় তেৰাং :**—জন্ম ১৯২১ ; ২৯-৪-৭৯ মৃত্যু। আনুমানিক ১৯৪৭ চনত কাৰবি পাহাৰৰ গভীৰ অৰণ্যত বেদনাৰ সুৰ বৈ আহিছিল ছয় ছয় তেৰাঙৰ 'প্ৰেমাঞ্জলী' নামৰ কবিতা পুথিৰ যোগেদি। তেৰাঙৰ ব্যক্তিগত জীৱনৰ বাটত পোৱা বেদনাই ইয়াৰ উৎস বুলি বহুতে কয়। দুখৰ বিষয় পুথিখন এতিয়া দুষ্প্ৰাপ্য। গোলাঘাট যদুমণি ছপাশালৰপৰা পুথিখন মুদ্ৰিত হৈছিল। ১৯৫৭ চনত তেৰাং-দেৱৰ ৰাজনৈতিক জীৱন আৰম্ভ হৈছিল।



ছয় ছয় তেৰাং

**শ্ৰীলংকাম টেৰন :**— এখেতৰ জন্ম ১৯৩৬ চনত। ঘৰ পাকলংকামত (ভালৌঘাট)। দেউতাকৰ নাম ৺ডিফু তেৰণ। বৰ্তমান ঘৰ ডকমকাত। এখেতৰ লিখিত কিতাপসমূহ হ'ল। ১। ছাৰ লামথে (১৯৬০ চন, ফকৰা যোজনা)। ২। কিতাপ কিমি ১ম, ২য়, ৩য় শ্ৰেণী ১৯৬৯ চন), ৩। টামহিদি ক, খ, শ্ৰেণী (১৯৬০), ৪। মিকিৰ জনজাতি (১৯৬১, অসম সাহিত্য সভাৰদ্বাৰা প্ৰকাশিত, ৫। কাৰবি ভাষাৰ চমু পৰিচয় ১৯৬৫), ৬। ৰংকেছেং ১৯৬১, গাওঁ সংগঠন), ৭। কাৰবি লামকুৰু লচমণি (১৯৭২), ৮। কিমলাথা (১৯৭২), ৯। প্ৰাথমিক কাৰবি শিক্ষা (১৯৬৫), ১০। কাৰবি জনগোষ্ঠী (১৯৭৪ অসম সাহিত্য সভাৰদ্বাৰা প্ৰকাশিত), ১১। লামৰজং ১ম, ২য় শ্ৰেণী (১৯৭৯-৮০), ১২। প্ৰাথমিক ব্যাকৰণ ৰচনা পাঠ ৩য় আৰু ৪ৰ্থ শ্ৰেণী (১৯৭৯), ১৪। কাৰবি আংলং জিলাৰ ভূগোল ৩য়-৪ৰ্থ (১৯৮০), ১৫। কাৰবি লামকুৰু (১৯৬৪) এখেতে একেৰাহে দুই বছৰ অসম সাহিত্য সভাৰ



শ্ৰীলংকাম টেৰন



কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য আছিল। 'কাৰবি লামমেত আমেই' কাৰবি সাহিত্য সভাৰ সভাপতিও আছিল।

**শ্ৰীৰংবং তেৰাং :** এখেতৰ দেউতাকৰ নাম ৰূপসিং তেৰাং। এখেতৰ জন্ম হয় ১৯৪১ চনত লাংবুংদিং এৰাগাঁৱত (বকুলীয়া ঘাট)। এখেত লঙ্কা হাইস্কুলৰপৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি নগাঁও কলেজত কলেজীয়া শিক্ষাগ্ৰহণ কৰে। ১৯৬১ চনত নগাঁও কলেজৰপৰা অসমীয়াত অনাৰ্চ লৈ স্নাতক পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৬৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম. এ পাছ কৰে। এখেত বৰ্তমান ডিফু চৰকাৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক। কাৰবি জনজাতিৰ সমাজ সংস্কৃতিৰ ওপৰত লিখা গল্প, প্ৰবন্ধ আদি মাজে সময়ে কাকতে পত্ৰই প্ৰকাশ হোৱা দেখা যায়।



শ্ৰীৰংবং তেৰাং

১৯৬৭ চনত কাৰবি ভাষাৰ প্ৰথম ব্যাকৰণ 'কাৰবি লামকুৰু' কিতাপখন লংকাম টেৰনৰ সহযোগত লিখি উলিয়ায়। ইয়াৰ উপৰি 'মহাত্মা গান্ধী' (১৯৬৯), কাৰবি লাম তাছাম (৯৭৪, A Mikir English Assamese Dictionary), কাৰবি সাধু (১৯৬৭, প্ৰকাশক অসম সাহিত্য সভা), কাৰবি অসমীয়া পাঠ (১৯৮১), ৰংমিলিৰ হাঁহি (১৯৮১, প্ৰকাশক অসম প্ৰকাশন পৰিষদ), কাৰবি সাহিত্য আৰু সংস্কৃতিৰ এভুমুকি (অসম সাহিত্য সভা) আদি বহুতো কিতাপ প্ৰকাশ হৈ ওলাইছে। পিৰথে আলাম (১ম, ২য় ভাগ) দুখন স্কুলীয়া পাঠ্যপুথি প্ৰণয়ন কৰে। এখেত গায়ক, ৰচক। তেখেতৰ স্বৰচিত নিজা সুৰৰ গান এটি তলত উদ্ধৃত কৰা হ'ল।

"হে শিল্পী বন্ধু!
মোৰ হেজাৰ 'কাৰ্দম' তুমি লবা।
মোৰ এটি অনুৰোধ তোমালে
তাক হিয়াৰ উমেৰে জীয়াবা
হে শিল্পী বন্ধু

আজিৰ কাৰবি পাহাৰৰ বুকুলৈ
তোমাক হেজাৰ লংকিয়ে মাতিছে
লুইতৰ ৰংমনৰ সতে আকৌ
চিনাকি হোৱাৰ আশাৰে
তোমাৰ কণ্ঠত আছে, আছে ভাষা
তোমাৰ সুৰত আছে, আছে আশা।
( সেয়েহে ) নিৰাশ কাদমেও বিচাৰে
তোমাৰ মনৰ এটি অনুকম্পা
হে শিল্পী বন্ধু
লংকি আৰু কাদমে চিঞৰিছে
ৰংমন ৰহদৈয়ে সঁহাৰিছে
বহুদিনৰ চিনাকি ৰৰঘৰত
আজি যুগৰ এলান্ধু বান্ধিছে
হে শিল্পী বন্ধু
মোৰ হেজাৰ কাৰ্দম তুমি লবা
তোমাৰ কণ্ঠ আৰু সুৰেৰে
যুগৰ এলান্ধুক তুমি লবা
হে শিল্পী বন্ধু
মোৰ হেজাৰ হেজাৰ কাৰ্দম তোমালৈ—"


শ্ৰীজয়ছিং তেৰাং

এখেত বৰ্তমান কাৰবি ভাষাৰ ওপৰত গৱেষণা কৰি আছে।

**শ্ৰীজয়ছিং তেৰাং ঃ** কাৰবি আংলং জিলাৰ সাতগাঁওত এখেতে জন্মগ্ৰহণ কৰে। এখেতৰ লিখিত কিতাপ এতিয়ালৈকে তিনিখন পোৱা গৈছে। (১) একদৃষ্টিত কাৰবি (২) সেই দিনটো (৩) The King of Karbi। এক দৃষ্টিত কাৰবি নামৰ কিতাপখন ১৯৬৫ চনত প্ৰকাশ পায়। এই কিতাপখনৰ জৰিয়তে এখেতে কাৰবি সমাজৰ আচাৰ ব্যৱহাৰ, ধৰ্ম, উৎসৱ আদিৰ বিষয়ে থুলমূলভাৱে প্ৰকাশ কৰিছে। 'সেই দিনটো' কিতাপখন ১৯৬৭ চনত প্ৰকাশ পায়। এখেতৰ



আনখন কিতাপ 'The King of Karbi' ১৯৮১ চনত প্ৰকাশ পায়। এই কিতাপখনত কাৰবিৰ বুৰঞ্জীমূলক তথ্যপাতি সুন্দৰভাৱে দাঙি ধৰিছে। এখেত বৰ্তমান ডিফু আইন মহাবিদ্যালয়ত অধ্যক্ষ হিচাপে কাম কৰি আছে।

**শ্ৰীছামছিং হাঞ্চে ঃ** এখেত ১৯৪৮ চনৰ ১৮ এপ্ৰিলত নগাঁও জিলাৰ পণ্ডিতঘাট নামৰ এখন ঠাইত জন্মগ্ৰহণ কৰে। এখেতৰ দেউতাকৰ নাম জয়চিং হাঞ্চে। এখেতৰ আদি বাসস্থান আছিল কাৰবি আংলং জিলাৰ হংক্ৰামত। এখেতে ১৯৬৭ চনত বৈঠালাংছ' হাইস্কুলৰপৰা মেট্ৰিক পাছ কৰে। ১৯৭২ চনত ডিফু চৰকাৰী মহাবিদ্যালয়ৰপৰা বি-এ ডিগ্ৰী লাভ কৰে। বন বিভাগত কিছু-দিন চাকৰি কৰাৰ পিছত চাকৰি এৰি দিয়ে আৰু ব্যৱসায় বাণিজ্যত মনপুতি লাগে। নিচেই সৰু কালৰপৰাই সাহিত্যৰ প্ৰতি খুব ধাউতি আছিল। এখেত একেধাৰে কবি, সাহিত্যিক, গল্প, প্ৰবন্ধ আৰু উপন্যাস লিখক। ১৯৭২ চনত 'কুমলীন' আৰু ১৯৭৩ চনত 'ৰোমীৰ' নামৰ দুখন কবিতাৰ পুথি প্ৰকাশ কৰে। এই কবিতা পুথি দুখনৰ ভাষা কাৰবি আৰু লিপি অসমীয়া। ১৯৭৩ চনত 'কাৰবি লামথে' ( কাৰবিৰপৰা অসমীয়ালৈ ) নামৰ কিতাপ এখন প্ৰকাশ কৰে। ১৯৭৪ চনত ইং ফেব্ৰুৱাৰী মাহত 'নাম তাইৰ হাঙ্গমু' আৰু 'কাৰবি প্ৰণয়ী গীত' কিতাপ দুখন ছপা কৰি উলিয়ায়। ১৯৭৯ চনত লাম্‌মেত এছাং, ১৯৮১ চনত 'ছাবিন আলুন' ( কাৰবি ৰামায়ণ ) অসমীয়া আৰু কাৰবি ভাষাত লিখি উলিয়ায়। 'লাম্‌মেত্ এছাং' কিতাপখনৰ ভাষা কাৰবি, লিপি অসমীয়া। কিন্তু জননায়ক 'ছেমচন্ ইংতিৰ জীৱনী' কিতাপখন অসমীয়া ভাষাত লিখা।


শ্ৰীছামছিং হাঞ্চে

ইয়াৰ উপৰি জন্মভূমি, অসমবাণী, অগ্ৰদূত, আমাৰ প্ৰতিনিধি আদি বাতৰি কাকত আৰু আলোচনীসমূহত কাৰবি সমাজৰ ওপৰত লিখা তথ্য গধুৰ গল্প, প্ৰবন্ধ, কবিতা আদি পোৱা যায়।

ৰাজনীতিৰ ক্ষেত্ৰত আৰু যি কোনো সমাজ উন্নয়নমূলক কামত এখেত সদায় আগৰণুৱা। তেখেতে K. A. P. C. ( Karbi Anglong People Conference ) নামৰ এটা দল গঠন কৰি উলিয়াইছিল। চিনেমা জগতৰ প্ৰতিও এখেতৰ যথেষ্ট ধাউতি আছে। এখেতৰ আশাশুধীয়া চেষ্টাৰ ফলতে 'হাঈমু' কাৰবি লোক কাহিনীটো 'ৰজনীগন্ধা' ছবিৰ মাজতে উপকাহিনীৰ নিচিনাকৈ দি ২৭-৩-৮১ ইং তাৰিখে ডিফু 'লতিকা' চিনেমা হলত প্ৰথম মুক্তি পায়। অশেষ চেষ্টাৰ ফলত 'ৰজনীগন্ধা' ছবিখনৰ "হাঈমু" উপকাহিনীটোৱে অসমবাসী ৰাইজৰ মাজত যথেষ্ট সমাদৰ লাভ কৰিলে। এখেতৰ চেষ্টাতেই কাৰবিশিল্পীয়ে ছবি জগতত পথ প্ৰদৰ্শক হিচাপে সোমায়।

এখেত অসম সাহিত্য সভাৰ কাৰ্য নিৰ্বাহক সদস্য হিচাপেও সেৱা আগবঢ়াইছিল।

**শ্ৰীকেহাই বে ঃ** এখেত কাৰবি আংলং জিলাৰ ভিলাই নামৰ সৰু গাঁও এখনত জন্মগ্ৰহণ কৰে। ডিফু চৰকাৰী বিদ্যালয়ৰপৰা মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। এখেতে "থই আৰমংৰে" নামৰ এখন আধুনিক গীতৰ



শ্ৰীকেহাই বে

পুথি আৰু 'হমছেৰা' নামৰ এখন উপন্যাস প্ৰকাশ কৰিছে। কাৰবি ভাষাৰ এইখনেই প্ৰথম গীতৰ পুথি। 'কাৰবি আছাৰ লামথেৰ' এটি অংশ 'কটনিয়ান' আলোচনীত প্ৰকাশ পাইছে। 'কেমথা আকুলিন' ( কবিতা ) আদি কেবাখনো কিতাপ হাতে লিখা অৱস্থাতে আছে। সম্প্ৰতে 'কাৰবি ছালামথে' পুথি আকাৰে প্ৰকাশ কৰি উলিয়াইছে।



**শ্ৰীধনীৰাম ৰংপি ঃ** এখেতৰ ঘৰ এই জিলাৰ হংক্ৰাম গাঁওত। এখেতে কাৰবি ভাষাত লিখা পাঠ্যপুথিৰ বাহিৰে অন্য কোনো লিখিত পুথি প্ৰকাশ হোৱা নাই। (ক) 'টামহিদি', (খ) 'টামহিদি' দুয়োখন পুথি দুটা ভাগত



ধনীৰাম ৰংপি

লিখা। এখেত ৰাজনীতিৰ ক্ষেত্ৰত সুপৰিচিত। এখেত কাৰবি আংলং জিলা পৰিষদৰ প্ৰাক্তন মুখ্য কাৰ্যপালিকা আৰু বৰ্তমান অসম বিধান সভাৰ এজন প্ৰবীণ সদস্য।

**ডাঃ জয়ন্ত ৰংপি ঃ** কাৰবি আংলং জিলাৰ ডিফু চহৰত ১৯৫৫ চনৰ ৯ জুন তাৰিখে এতেথে জন্মগ্ৰহণ কৰে। ডিব্ৰুগড় মেডিকেল কলেজৰপৰা এখেতে M.B.,B.S ডিগ্ৰী লাভ কৰে। এখেতৰ সৰু কালৰপৰাই সাহিত্যৰ প্ৰতি বিশেষ ধাউতি আছিল। নানা ব্যস্ততাৰ মাজতো মেডিকেল কলেজত পঢ়ি থকা অৱস্থাতে কাৰবি আংলং জিলাৰ গাঁওভূইৰ খেতিয়কবোৰৰ জীৱনৰ অভিজ্ঞতাক উপলব্ধি কৰি 'পুৱাতে এজ্বাক ধনেশ' নামৰ কিতাপখন ১৯৭৭ চনৰ এপ্ৰিল মাহত প্ৰকাশ কৰি



ডাঃ জয়ন্ত ৰংপি

এখেতৰ গল্প, প্ৰবন্ধ আদিও পোৱা যায়।

**শ্ৰীলুঙ্কে তিমুং:** এখেত ১৯৪৫ চনত কাৰবি আংলং জিলাৰ লাংবেদেন তিমুং গাঁওত জন্মগ্ৰহণ কৰে। এখেতৰ পিতাকৰ নাম আছিল কানিয়া তিমুং। এখেত বহুদিন সহকাৰী স্কুল পৰিদৰ্শক হিচাপে কাম কৰিছিল। চাকৰি বাদ দি এখেত কাৰবি আংলং জিলাৰ কাৰ্য-নিৰ্বাহক সদস্যপদত অধিষ্ঠিত হৈছিল। বৰ্তমান এখেত কাৰবি আংলং জিলা পৰিষদৰ সদস্য। নানা কৰ্ম ব্যস্ততাৰ মাজতো সাহিত্যৰ ক্ষেত্ৰত মনোনিবেশ কৰিছিল। এখেতৰ বহুতো গল্প, প্ৰবন্ধ আদি আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ হোৱা দেখা যায়।



শ্ৰীলুঙ্কে তিমুং

**শ্ৰীঅৰুণ টেৰন:** এই জিলাৰ ডকমকাত ১৯৫৯ চনৰ ১ নবেম্বৰত এখেতৰ জন্ম হয়। এখেতৰ দেউতাক সুসাহিত্যিক লংকাম টেৰন। এখেত বৰ্তমান ডিফু চৰকাৰী কলেজৰ ছাত্ৰ। ১৯৮১ চনত এখেতৰ "গল্পৰ নায়ক বিচাৰি" নামৰ পুথিখন প্ৰকাশ পায়। ইয়াৰ উপৰি আলোচনী বাতৰি কাকত আদিত এখেতৰ গল্প, প্ৰবন্ধ আদি প্ৰকাশ হোৱা দেখা যায়।



শ্ৰীঅৰুণ টেৰন

**শ্ৰীমাণিক তিছ:** এখেতৰ বৰ্তমান বাসস্থান ডিফু চহৰত। বৰ্তমান এখেত সহকাৰী স্কুল পৰিদৰ্শক হিচাপে কাম কৰি আছে। এখেতৰ 'চন থান পাচিনি" (১ম ভাগ) দুখন স্কুলীয়া পাঠ্য পুথি অসম পাঠ্য পুথি নিগমে (গুৱাহাটী) প্ৰকাশ কৰে।

**শ্ৰীধনীৰাম টেৰাং:** এখেতৰ বাসস্থান ডিফু চহৰত। এখেতৰ কিমলাখা (৩য় ভাগ), কিমলাখা (৪ৰ্থ ভাগ) নামৰ দুখন কিতাপ অসম পাঠ্যপুথি নিগমে (গুৱাহাটী) প্ৰকাশ কৰে।

**শ্ৰীবসন্ত দাস:** ১৯৪২ চনৰ ১১ অক্টোবৰ তাৰিখে ডিফু চহৰত বসন্ত



ডিফু চৰকাৰী হাইস্কুলৰপৰা মেট্ৰিক পাছ কৰে। ইয়াৰ পিছত ডিফু চৰকাৰী মহাবিদ্যালয়ৰপৰা প্ৰাগবিশ্ববিদ্যালয় শ্ৰেণীত এবছৰ পঢ়ি সিমানতে কলেজীয়া জীৱন এৰি আহি চৰকাৰী চাকৰি জীৱন আৰম্ভ কৰে। নানা ঘৰুৱা সমস্যা আৰু চাকৰি জীৱনৰ কৰ্ম ব্যস্ততাৰ মাজতো সাহিত্য সমৃদ্ধি সাধনত তেখেতৰ যথেষ্ট ধাউতি দেখা যায়। অসমীয়া উপন্যাস সাহিত্যলৈ তেখেতৰ বৰঙণি অপৰিসীম। ১৯৭৩ চনত তেখেতৰ 'জংচন' উপন্যাসখন প্ৰকাশ পায়। এই 'জংচন' উপন্যাসখন অসমীয়া উপন্যাস সাহিত্যলৈ বিশিষ্ট অবদান। এই উপন্যাসখনৰ মাজেৰে অবহেলিত অঘৰীবিলাকৰ কৰুণ চিত্ৰ এটি নিখুঁতভাৱে ফুটাই তুলিছে। এই 'জংচন' উপন্যাসখনে 'সাহিত্য প্ৰকাশৰ'পৰা দ্বিতীয় পুৰস্কাৰ লাভ কৰে। তেখেতৰ অন্যান্য উপন্যাস:—যোৱাবাট (২০ জুলাই ১৯৭৯), অপদেৱতা (১৯৮১), প্লেটফৰম্, ফাগুনী, অঘৰী আৰু বৈদেহী। 'যোৱাবাট' আৰু 'অপদেৱতা' উপন্যাস দুখন প্ৰকাশ পাইছে, কিন্তু বাকী কেইখন হাতে লিখা অৱস্থাতে আছে। কথাছবি:—জংচন, ফাগুনী, বোৱাৰী, বনপলাশ আৰু অমানিশাৰ সংলাপ। কাহিনী চিত্ৰনাট্য তেখেতৰেই। তেখেতে লিখা গল্পসমূহ হ'ল—কাৰবি প্লট কাভ্ৰোং (উপন্যাস), লাইছেলেম, কাচেচাক কাৰবিসকলৰ অলিখিত দৰ্শন, সন্দেহ, কাৰবি সমাজত বাধা নিষেধ ইত্যাদি।



শ্ৰীবসন্ত দাস

এই জিলাত বাস কৰা কেইজনমান লিখকৰ প্ৰকাশিত পুথি:—

১. **কবীন্দ্ৰকুমাৰ খাটনীয়াৰ:**—মাধুৰী (কবিতা পুথি) ১৯৬৮ চন
২. **লক্ষ্মী ভট্ট:**—দৈনিক যজ্ঞ প্ৰকাশ (অনুবাদ) ১৯৬৯ চন
৩. **দিলীপ শৰ্মা:**—(ক) নিয়তিৰ পৰিহাস (উপন্যাস) ১৯৭১ চন
(খ) অসমৰ জনজাতীয় শব্দমালা ১৯৭১
(অসম চৰকাৰৰ শিক্ষা বিভাগৰ আৰ্থিক সাহায্যত প্ৰকাশিত)

(ঘ) প্ৰগতিৰ পথত কাৰবি আংলং ১৯৭৩ চন
( কাৰবি আংলং জিলা পৰিষদৰ আৰ্থিক সাহায্যত প্ৰকাশিত )

(ঙ) আলোক চিত্ৰ ( ১৯৭৫ চন )
( অসম চৰকাৰৰ শিক্ষা বিভাগৰ আৰ্থিক সাহায্যত প্ৰকাশিত )

(চ) বাৰে ৰহণীয়া কাৰবি আংলং। ১৯৮২ চন

৪. **আনাৰ ঃ**—হৃদয়ৰ ফুল ( ১৯৭২ চন ) কবিতা পুথি।

৫. **মহীধৰ ঠাকুৰীয়া ঃ**—প্ৰতিশোধৰ বেদনা ( উপন্যাস ) ১৯৭২

৬. **অধ্যাপক জগন্নাথ দাস ঃ**—(ক) ভক্ত বৃত্ৰাসুৰ ( নাটক )
(খ) অভিশপ্ত দানৱ ( নাটক )

৭. **বি. এন. বৰদলৈ ঃ**—(ক) "District Hand Book United Mikir & N. C. Hills"
(খ) "The Dimasa Kacharies of the North Kachar Hills District of Assam."

৮. **লক্ষেশ্বৰ শৰ্মা ঃ**—(ক) বন পলাশ ( কবিতা ) ১৯৭৪ চন
(খ) পাহাৰী বন ( কবিতা ) ১৯৭৮ „
(গ) লাভা বৈ যায় ( কবিতা ) ১৯৮১ „
(ঘ) কথা কবিতা ( নবেম্বৰ ১৯৭৮ „ )
(ঙ) মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু বৰ্তমান অসমীয়া সমাজ।

৯. **গিৰীন্দ্ৰব্ৰহ্ম দৈমাৰী ঃ**—'অসম বুৰঞ্জী আৰু লাচিত বৰফুকনৰ পৰম্পৰা কি?' ১৯৭৮ জুন

১০. **অধ্যাপক কুমুদ শৰ্মা ঃ**—'প্ৰথম কলিটি তুমি' ( কবিতা ) ১৯৭৭

১১. **অধ্যাপক দ্বিজেন্দ্ৰ নাৰায়ণ গোস্বামী ঃ**—'আমাৰ দেশৰ সাধু' ( অসম চৰকাৰৰ আৰ্থিক সাহায্যত প্ৰকাশিত ),

১২. **বলীন বৰকটকী ঃ**—মায়া মৃগ ( কবিতা ) ১-৫-১৯৭৩

১৩. **অধ্যাপক কেশৱ শৰ্মা ঃ**—'অচিন মানুহ' ( ৩ জানুৱাৰী ১৯৭৫, ( ইংৰাজীৰপৰা অসমীয়া অনুবাদ )

... ৰঞ্জন দাস ঃ—'শহীদ থৰ্গেশ্বৰ' ( ১৯৮০ )



১৫. **সৰ্বানন্দ ৰাজকুমাৰ ঃ**—'লোক সাধু' ( মিকিৰ ) ১৯৬০

১৬. **দেবেন গগৈ ঃ**—'সাহিত্য কুকি' ( পাঠ্যপুথি )

১৭. **বিপুল কুমাৰ ঠাকুৰ ঃ**—'এই গাওঁ দৌঘা' ( ভ্ৰমণ কাহিনী ১৯৮১ )

১৮. **অমূল্য চক্ৰৱৰ্তী ঃ**—(ক) 'ওদিচি' (খ) 'ইলিয়াদ' } অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত

১৯. **৺অমিয় কুমাৰ দাস ঃ**—'মিকিৰ পাহাৰত এভুমুকি'

২০. **প্ৰদীপকুমাৰ গগৈ ঃ**—(ক) "Economic of Karbi Anglong District"
(খ) 'অসমৰ অৰ্থনীতি'

২১. **ইন্দিৰা দাস ঃ**—"ৰঘু মহাজন আৰু তেওঁৰ গাওঁখন" ( ভাৰত চৰকাৰৰ কৃষি, সমূহীয়া উন্নয়ন আৰু সমবায় মন্ত্ৰালয়ৰদ্বাৰা অনুষ্ঠিত অষ্টম মৌলিক সাহিত্য প্ৰতিযোগিতাত পুৰস্কাৰ প্ৰাপ্ত ) ১৯৭২ চন

২২. **৺প্ৰতিভা গগৈ ঃ**—"মৰা জীৱন জীয়া স্বপ্ন" ( ১৯৭৪ ) কবিতা আৰু চুটি গল্প )

২৩. **বুলন চন্দ্ৰ বৰদলৈ ঃ**—'কাৰবি জাতিৰ ইতিবৃত্ত'।

**ডিফু সাহিত্য সভাৰ সৌজন্যত প্ৰকাশিত পুথি ঃ**

(ক) প্ৰতিধ্বনি ( কবিতা ১৯৭১ )
(খ) কাৰবি প্ৰসঙ্গ ( প্ৰবন্ধ ১৯৭১ )
(গ) কাৰবি ৰামায়ণ

২৪. **ধীৰেন্দ্ৰলাল দাস ঃ**—ভাৰতীয় সাক্ষ্যবিধি ১৯৭৩ চন ( সাক্ষ্য বিষয়ক আইন )

ইয়াৰ উপৰি কাৰবি আংলং জিলাৰ কেইবাজনো সাহিত্যানুৰাগী লোকৰ গল্প, প্ৰবন্ধ, কবিতা আদি নানা আলোচনী আৰু বাতৰি কাকতৰ পাতত সিঁচৰিত হৈ থকা দেখা যায়।

(১) ডঃ গোপাল মেধি
(২) প্ৰদীপ খাটনীয়াৰ
(৩) ধনছিং ৰংপি
(৪) মেন তেৰণ
(৫) ধনেশ্বৰ ইংতি
(৬) প্ৰদীপ গগৈ
(৭) বৰছিং ৰংফাৰ
(৮) দীপুচৰণ দত্ত
(৯) বিষ্ণুৰাম ৰংপি
(১০) বিদৰছিং ক্ৰ'
(১১) মঙ্গলছিং ৰংফাৰ
(১২) বস্তুলাল দৈমাৰী

(১৩) দেৱকান্ত দলৈ
(১৪) চাৰেৎ হাঞ্চে
(১৫) অজিত তিমুং
(১৬) ৰংবং কাথাৰ
(১৭) পাৰি বংপি
(১৮) শৰৎ ডেকা
(১৯) গুৰুদত্ত লস্কৰ
(২০) বিপিন বসুমতাৰী
(২১) সাথি তেৰাংপী
(২২) ভৱেন ডেকা
(২৩) মেবেল তেৰাংপী
(২৪) অৰুপ তিছ'
(২৫) নগেন বড়া
(২৬) হৃদয়ানন্দ শৰ্মা
(২৭) সুৰেন মহন্ত
(২৮) বীৰেনছিং ইংতি
(২৯) জীতেন বড়া
(৩০) মেনছিং তেৰাং
(৩১) লাহিৰাম টেৰণ
(৩২) লংকি ফাংছ
(৩৩) ছত্ৰ ক্ৰ'
(৩৪) যাদৱ শৰ্মা
(৩৫) ভৱানী কুমাৰ শৰ্মা
(৩৬) চেথৰ ইংতি
(৩৭) নীলিমা গগৈ
(৩৮) লংচী হাঞ্চে
(৩৯) সূৰ্য তেৰাং
(৪০) পদ্ম বৰুৱা
(৪১) ইৰাছিং কাথাৰ
(৪২) গোলাপছিং কাথাৰ
(৪৩) বাদল চক্ৰৱৰ্তী
(৪৪) মোহনছিং টেৰণ
(৪৫) শিৱ সন্দিকৈ



এই জিলাৰপৰা প্ৰকাশিত আলোচনী আৰু বাতৰি কাকত আদি :—

| আলোচনীৰ নাম | সম্পাদক | ভাষা | লিপি | নিৰ্দ্ধাৰিত সময় |
|---|---|---|---|---|
| (১) অৰেকিমি | — | অসমীয়া আৰু কাৰবি | অসমীয়া | বাৰ্ষিক |
| (২) কাৰবি | ছামছিং হাঞ্চে | কাৰবি | ,, | তিনিমহীয়া |
| (৩) পিৰ্থেকিমি | লংকাম টেৰণ | ,, | ,, | — |
| (৪) লচি | গোলাপছিং ইংতি<br>লংবিৰাম কাথাৰ | ,, | ,, | তিনিমহীয়া |
| (৫) ক্লিবৰাপ | গান্ধীৰাম তিমুং | ,, | ৰোমান | — |
| (৬) জোনালী | কাৰবি আংলং<br>জিলা ছাত্ৰ সন্থা | অসমীয়া | অসমীয়া | |
| (৭) তৱাৰকিমি | ললিত চন্দ্ৰ বে | কাৰবি | অসমীয়া<br>ইংৰাজী<br>কাৰবি | বাৰ্ষিক |
| (৮) আইগ্‌ লং | ৰোহিণী ব্ৰহ্ম | বড়ো | অসমীয়া | — |
| (৯) খেলাঘৰ | হাওঁৰাঘাট হাইস্কুল | অসমীয়া | ,, | — |
| (১০) কুঁহিপাত | লাংহিন হাইস্কুল | অসমীয়া<br>কাৰবি<br>ইংৰাজী | — | — |
| (১১) সমীৰণ | ডিফু চৰকাৰী ছাত্ৰ হাইস্কুল | অসমীয়া<br>কাৰবি<br>ইংৰাজী | — | বাৰ্ষিক |
| (১২) ডিফু কলেজ আলোচনী | ডিফু চৰকাৰী কলেজ | অসমীয়া<br>ইংৰাজী | — | বাৰ্ষিক |
| (১৩) পাহাৰী | ডেনগাওঁ হাইস্কুল | অসমীয়া<br>ইংৰাজী<br>কাৰবি | — | ,, |
| (১৪) গল্পৰ চুপহী | গুৰুদত্ত লস্কৰ | অসমীয়া | — | — |
| (১৫) প্লাবন | দীপুচৰণ দত্ত<br>অসীম বৰুৱা | অসমীয়া<br>( মিনি ) | — | চাৰিমহীয়া |
| (১৬) আকাশী | দীপুচৰণ দত্ত (প্ৰাক্তন)<br>বুলনচন্দ্ৰ বৰদলৈ | অসমীয়া<br>( কবিতা ) | — | ছমহীয়া |
| (১৭) সাঙ্গিজুৰা | দীপেন্দ্ৰ দাওলা গুপ | ডিমাচা | — | ,, |
| (১৮) থেংতম | বাপুৰাম চেনাৰ | ইংৰাজী | — | পষেকীয়া |
| | | অসমীয়া | — | মাহেকীয়া |
| (১৯) উদগীৰণ | — | অসমীয়া | | |

| আলোচনীৰ নাম | সম্পাদক | ভাষা | লিপি | নিৰ্ধাৰিত সময় |
|---|---|---|---|---|
| (২০) Historical Journal | The Editorial board of historical association Govt. College, Diphu | English | English | — |
| (২১) Rally Souvenir The Divisional Scouts and Guides Rally | Dilip Sarma | English Assamese | — | — |
| (২২) Silver Jubilee Souvenir Karbi Anglong District Council, Diphu. | Karbi Anglong District Council Diphu, June 1977 | Asamese English Karbi | — | — |
| (২৩) Ovekimi Alum Apharchap | Mr. Elisa Hanse | Karbi | Roman | — |
| (২৪) Manjir | Mr. D. S. Engti | ” | ” | |
| (২৫) Chingthar | Mr, S. S. Engti Memorial club. Dengaon | ” | ” | |
| (২৬) Mirdan | B. S Kro | ” | ” | |
| (২৭) Lokimo | B. S. Kro | ” | ” | |
| (২৮) Lam Saiso | Science students Association | ” | ” | |
| (২৯) ডেমা'লু | বড়ো সাহিত্য সভা | কাৰবি | অসমীয়া | — |
| (৩০) লামমেত এ ছাং | ছামছিং হাঞ্চে | — | | মাহেকীয়া |
| (৩১) বস্তি | কাৰবি আংলং জিলা ছাত্ৰ সন্থা | | | |
| (৩২) আমাৰ কবিতা | দিলিপ শৰ্মা | অসমীয়া | অসমীয়া | — |
| | বিপিন বসুমতাৰী | | — | |
| (৩৩) লামকিদ' | কাৰবি আংলং জিলা তথ্য আৰু জনসম্পৰ্ক-বক্মী বিভাগৰ দ্বাৰা প্ৰকাশিত | অসমীয়া কাৰবি | অসমীয়া | পষেকীয়া |
| (৩৪) বিৰতা কিমি | বীৰেন ছিং ইংতি | কাৰবি | অসমীয়া | পষেকীয়া |
| (৩২) বিৰতা | হাৰছিং তেৰণ | | | |
| (৩৬) Karbi Anglong Angtong. | Purna Ram Tisso | কাৰবি | ৰোমান | — |
| (৩৭) Thangtom | Bapu Ram Signer | ” | ” | — |
| (৩৮) Mirdan | Mr. Kerhap Terang | | | |
| (৩৯) Klirdap | Punya Ram Teron | ” | ” | — |
| (৪০) Karbi | — | ” | ” | — |
| | | ” | — | — |
| (৪১) মেলুৰ | ডংকা মোকাম হাইস্কুল আলোচনী | — | — | — |
| (৪২) লাংহিন সাহিত্য সভাৰ আলোচনী | লাংহিন সাহিত্য সভা অসমীয়া | — | — | — |

# সমাজ

অতীতৰপৰাই কাৰবিসকল সমাজপ্ৰিয়। মাংসাদি খাদ্য সংগ্ৰহ, যুদ্ধ-বিগ্ৰহ নাইবা পূজা-পাতল আদি কৰিব লগীয়া হোৱাৰপৰাই সন্তৱ সমাজপ্ৰিয় হবলৈ বাধ্য হ'ল। কালক্ৰমে এই প্ৰিয়তাই সম্প্ৰসাৰণ বা প্ৰসাৰতা লাভ কৰিবলৈ ধৰিলে। ই প্ৰাকৃতিক গুণ। সমাজ প্ৰিয়তাই বিস্তৃতি লভাৰ লগে লগে কাৰবিসকল এটা গঠনমূলক পৰ্যায়লৈ উন্নীত হ'ল। তেতিয়া তেওঁলোকে তেওঁলোকৰ ভিতৰৰে কোনোবা এজন উপযুক্ত লোকক মুখিয়াল পাতি তেওঁৰ কথামতে বা আদেশ মতে চলিবলৈ ধৰিলে। এই মুখিয়ালজন এখন গাঁওৰ হলে 'ছাৰ্থে' বা গাঁওবুঢ়া, এটা অঞ্চলৰ ওপৰত হলে 'হাবে', হাবেতকৈ উচ্চমান বিশিষ্ট হলে 'পিনপ' আৰু তেওঁতকৈ উচ্চ বা উচ্চতম মান বিশিষ্ট হলে 'লিন্দক' বা 'লিন্দকপ' ( ৰজা বা শাসনকৰ্তা ) বোলা হয়। প্ৰতিটো ফৈদৰো একোজনকৈ মুখীয়াল থাকে। তেওঁক ('ৰংবাং') বোলে। সমাজ ব্যৱস্থাত আউল নলগাকৈ বিবাহাদি কৰ্ম সম্পাদনৰ কাৰণেও হয়তো তেওঁলোক কেবাটাও গোষ্ঠী বা ফৈদ বা কুলত বিভক্ত হৈছিল। উপযুক্ত হলে প্ৰতিটো কূল বা ফৈদৰে 'লিন্দক' হব পৰাৰ নিয়ম আছিল।

কাৰবি সমাজত তিৰোতাৰ স্থান অতি উচ্চ আছিল। নাৰীক লৈয়ে সমাজ ব্যৱস্থা গঠিত বুলি কব পাৰি। জুম খেতিৰ কাৰণে হাবি ( বিত ) কটা, খেতি পথাৰৰ জাবৰ জোথৰত জুই দিয়া, হাট বজাৰ কৰা, খৰি ফলা, ধান বন্ধা আদি সকলো কামেই কাৰবি নাৰীয়ে কৰে। কাৰোবাৰ যদি বেমাৰ আজাৰ হয়, কাৰবি নাৰীয়ে 'ছাং কেলাং আবাং' ( মঙ্গলতি ) চায়। এই তিৰোতা গৰাকীক 'উচেপী' বোলে। পুৰুষ হলে 'উচে' বুলি কয়। 'চমাংকান' কৰোঁতেও নাৰীয়েহে শ্ৰাদ্ধাদি কাম কৰিব লাগে। এওঁকো 'উচেপী' বোলা হয়। দেওধনী উঠা তিৰোতা গৰাকীক "ল' দেপপী" বোলে। চমাংকান নৃত্যতো নাৰীয়ে ভাগ লব লাগে। খোৱা বোৱা, মৃতকক কাপোৰ পিন্ধোৱা আদি কামত অনুৰোধ কৰিবলৈও তিৰোতা এগৰাকীৰ দৰ্কাৰ। এওঁ গীতেৰে অনুৰোধ কৰে কাৰণে এওঁক 'লুনচেপী' বা গায়িকা বোলা হয়। এই নাৰীসকলক নিয়োগ কৰাৰ গুৰিতে সামাজিক প্ৰথা। গতিকে এই নাৰীসকলক মাননি দি মাতি অনাটো

উচ্চমানৰ কোনো ব্যক্তিক সন্মান কৰাৰ লগতে তেওঁলোকৰ ঘৈণীয়েক সকলকো সন্মান কৰাতো কাৰবি সমাজৰ নিয়ম। গাঁওবুঢ়াৰ ঘৈণীয়েকক 'বাছাপী', হাবেৰ ঘৈণীয়েকক 'হাবে ছিকপী', পিনপৰ ঘৈণীয়েকক 'লিন্দকপী' বুলি সন্মান কৰে।

কোনো উৎসৱত ভোজ ভাত আদি খাব লগীয়া হলে তিৰোতাই পুৰুষৰ লগত নাখায়। বেলেগে খোৱাৰ ব্যৱস্থা কৰা হয়। হাঞ্চে আৰু ৰংপি একে গোষ্ঠীৰ হলেও হাঞ্চেৰ ছোৱালী আৰু ৰংপিৰ ছোৱালীয়ে একেটা ঘৰতে বাস কৰিব নালাগে বা নকৰে। তেৰাং দিলিৰ ছোৱালী আৰু তেৰাং ৰংচেইচৰ ছোৱালী একেটা ঘৰতে বাস নকৰে। তেৰণ মিলিকৰ ছোৱালী আৰু তেৰণ লাংনেৰ ছোৱালী, ইংতি কাথাৰৰ ছোৱালী আৰু ইংতি হেনচেকৰ ছোৱালী একে ঘৰতে বাস কৰিব নোৱাৰাটো কাৰবি সমাজৰ এটা বিশেষ বৈশিষ্ট্য। ইয়াৰ অন্তৰালত হয়তো কিবা গুৰুত্বপূৰ্ণ ইতিহাস বা কাহিনী বিজড়িত থকা যেন লাগে।

কাৰবি নাৰীয়ে কপালৰপৰা নাকৰ ওপৰেদি থুতুৰিলৈকে পৰা এটা কলা আঁচ আঁকি লয়। ইয়াক 'ডুক' বা 'ডুক-কাচিডুক' বোলে। কাৰবিসকলৰ প্ৰধান ফৈদ বা গোষ্ঠী হ'ল পাঁচটা—ইংতি, তেৰাং, তেৰণ, তিমুং আৰু ইংহি। এই পাচোটা গোষ্ঠীৰপৰা বহুতো শাখা গোষ্ঠীৰ উদ্ভৱ হৈছে। একে কুলতে বা গোষ্ঠীতে বিয়া নহয়। অৰ্থাৎ তেৰাঙে তেৰাং, তিমুঙে তিমুঙৰ ছোৱালী বিয়া কৰিব নোৱাৰে। ই সম্পূৰ্ণ নিষিদ্ধ। স্বাভাবিক বিয়া হলে দৰাই কইনাৰ ঘৰৰ ঘৰজোঁৱাই খটাৰ নিয়ম আছে। ইয়াক "পেছ'কেমেন" বা গা খাটনি ধৰা বোলে। ছোৱালী খুজিবলৈ যাওঁতে লাওঠি ( আৰনান ), থাৰু ( ৰয় ) আদি ছোৱালীৰ আ-অলংকাৰ আৰু 'হৰ আলং' আৰু 'হৰ আৰাক' নামৰ দুবিধ মদ নিয়াৰ বিধান আছে। ছোৱালী সন্মত হলেহে বিয়া হব; অমত হলে বিয়া হব নোৱাৰে। কাৰবিসকলৰ এটা প্ৰধান বৈশিষ্ট্য হ'ল যদি তেওঁলোকৰ মোমাই সম্বন্ধীয়ৰ ছোৱালী নাথাকে তেনেহলে মাকৰ কুলৰ ছোৱালী বিয়া কৰাব লাগে। অন্যকুলৰ কৰিলে মাকৰ ফৈদৰ মানুহক জৰিমনা দিব লাগে। অন্য জাতি বা ধৰ্মৰ ছোৱালী বিয়া কৰিব নোৱাৰাৰো সামাজিক বান্ধোন আছে। কিবা কাৰণত একে কুলৰ লগত কোনো পুৰুষ স্ত্ৰীৰ বৈবাহিক সম্বন্ধ ঘটিলে তাক 'লাইছেনেম' বা অবৈধ প্ৰণয় বুলি সমাজে বিচাৰ কৰি সমাজচ্যুত কৰাৰো বিধান আছে।



সতি-সন্ততিয়ে পিতৃৰ উপাধি গ্ৰহণ কৰে। কোনো নাৰী পুৰুষৰ আগে আগে যোৱাটোহে কাৰবি লোকৰ নিয়ম। ই বৰ আদৰণীয়, ইয়াক তেওঁলোকে "কাচৰ্ৰি" বোলে। বিধবা বিবাহৰ প্ৰচলন আছে, যদি নতুনকৈ হব খোজা স্বামীজন মৃত স্বামীজনৰ সৈতে একে কুলৰ হয়। ককায়েকৰ মৃত্যু হলে ভায়েকে ককায়েকৰ ঘৈণীয়েকক পত্নীৰূপে গ্ৰহণ কৰিব পাৰে। বহু বিবাহৰ প্ৰথা নাছিল কিন্তু আজিকালি বহুতেই একাধিক পত্নী গ্ৰহণ কৰে। বিবাহ বিচ্ছেদ প্ৰথা আছে। বিবাহিত তিৰোতাই ফোঁট বা শিৰৰ সেন্দুৰ নলয়। বিধবা হলেও সাজপোছাক, আ-অলংকাৰৰ একো সালসলনি নহয়।

'জিৰকেদাম' হ'ল কাৰবিসকলৰ সামাজিক কামৰ বাবে মিলিত হোৱা এটা সামাজিক অনুষ্ঠান। ইয়াতেই তেওঁলোকক সংসাৰৰ সকলো কামৰ উপযোগী হব পৰাকৈ শিক্ষা দিয়া হয়। দৈনন্দিন লাগতীয়াল বস্তু ডলা বা কুলা ( বেলেং ), চালনি ( ইংক্ৰং ), চাৰি ( তাৰ ) ইত্যাদি সজাৰ শিক্ষা ইয়াতেই দিয়া হয়। তাৰ উপৰি খেতি কৰা, ঢোল, পেঁপা বজোৱা, নাচ-গান আদিও শিকোৱা হয়। এনেবিলাক শিক্ষা দিয়া চাংঘৰটোক 'তেৰাং' বা "ৰিছ'মাৰ আতেৰাং" অৰ্থাৎ ডেকাচাং বোলা হয়। প্ৰতিজন ডেকাৰ লগত এগৰাকী গাভৰু থাকে। ছোৱালীবিলাকে বন্ধাবঢ়া, ডেকাক আলপৈচান ধৰা, মণি গুঠা, সূতা কটা আদি কাম কৰে। অৰ্থাৎ এই বিষয়ে শিক্ষা দিয়া হয়। খেতি পথাৰলৈ গলেও লগৰ ডেকাজনৰ লগতে যায়। এই 'জিৰকেদাম' নিয়াৰিকৈ চলাবৰ বাবে এখন সমিতি গঠন কৰা হয়। ইয়াক 'জিৰছং' বোলে। জিৰচঙত বহুতো বিষয়বৰীয়া থাকে আৰু তেওঁলোকৰ আদেশ, পৰামৰ্শ মতে 'জিৰকেদাম' চলে। কাৰবিসকলৰ সমাজ ব্যৱস্থাত ই এখন ওখথাপৰ ব্যৱস্থা বুলিব পাৰি।

কাৰবি তিৰোতা কাপোৰ বোৱাত বৰ পাৰ্গত। বাৰেবৰণীয়া ৰঙেৰে চালে চকুৰোৱাকৈ কাপোৰ ব'ব জানে। ঘৰখনৰ লাগতিয়াল সকলোবোৰ পিন্ধা-উৰা সাজ-পোছাক আদি কাৰবি নাৰীয়েই কৰে। তেওঁলোকৰ জাতীয় তাঁতশাল 'পে খেৰাঙ'তে এৰী কাপোৰ সুন্দৰকৈ ব'ব পৰাটো নিপুণ শিপিনিৰেই পৰিচায়ক। কাৰবি নাৰীয়ে সাধাৰণতে কাণত 'ন'থেংপি' ( কেৰু ) 'ন' লাংপ' ( কাণত পিন্ধা এবিধ বাঁহৰ অলংকাৰ ), 'ন' জাংচাই' ( ওলোমা কেৰু ) 'ন'ৰিক' ( কাণফুলি, ear-ring ) আদি পিন্ধে। ডিঙিত 'লেক' ( মণি ), লেক পাইকম ( ডিঙিত মেৰাই থোৱা এবিধ মণি ) হাতত 'ৰয়' ( থাৰু ) 'ৰয় পেথ্‌লাং' ( এবিধ ৰূপৰ ... থাৰু ) পিন্ধে। ককালত 'পিনি' ( কলাবৰণীয়া এচলীয়া কাপোৰ,

মেখেলা ), ৱামকক ( মেখেলা বান্ধনি ৰচী বা পেটি ) আৰু বুকুত ( পেকক ) মাৰে। ইয়াক বাওঁভৰিৰ কলাফুলত পৰাকৈ সোঁকান্ধৰ ওপৰত গাঁঠি মাৰি থয়। পুৰুষসকলেও মূৰত প'হ' ( পাগুৰি ) গাত 'চয়' বা এবিধ দহি থকা চোলা পিন্ধে। হাত, ডিঙি আদিতো নানা ধৰণৰ অলংকাৰ পিন্ধাটো কাৰবি লোকৰ দস্তুৰ। মূৰত "ৰ" জাৰু আনি" বা ভীমৰাজ চৰাইৰ পাখি গুজি লয়। ককালত 'ৰিকং ৰেতৰত' ( লেংটি ) মাৰে। মূৰৰ চুলিৰ পাৰ কাটি খোপা বন্ধ.তো কাৰবি পুৰুষৰ নিয়ম।

কাৰবিসকলৰ প্ৰধান আহাৰ ভাত। মদ হ'ল তেওঁলোকৰ প্ৰধান পানীয়। পূজা-পাতল, বিবাহ, কোনো ঘৰুৱা কাম, আলহী অতিথি আদি সোধ-পোচ কৰাত মদ অপৰিহাৰ্য। যেন কাৰবি সমাজৰ লগত মদ সাঙোৰ খাই আছে। কোনো বিবাদ, কোনো দুষ্কৰ্ম আদিত দোষী-নিৰ্দোষী নিৰ্ণয় কৰিব নোৱাৰিলে শপথ খুওৱাৰ সামাজিক নিয়ম আছে। মোকৰ্দমা নাই বুলিলেই হয়। কাজিয়া ভাল নাপায়। শান্তিপ্ৰিয় আৰু ধৰ্ম-ভীৰু। তথাপি কিবা বাদ-বিসম্বাদ, হাই-কাজিয়া আদি হলে 'ছাৰথে' 'হাবে' আদিয়েই সামাজিক প্ৰথাৰে বিচাৰ কৰি দোষীক দণ্ড বিহে। কাৰবিসকলৰ সামাজিক বান্ধোন বা নিয়ম বৰ কট্‌কটীয়া। নিয়ম বা আইন ভঙ্গ কৰা জনৰ শাস্তিৰ বিধান আছে।

# শিক্ষা

ভাৰত যুক্তৰাষ্ট্ৰৰ একেবাৰে উত্তৰ পূৱ কোণত অৱস্থিত অসম ৰাজ্যৰ অৱস্থান অতি গুৰুত্বপূৰ্ণ। এই ৰাজ্যখনৰ মুঠ দহখন জিলাৰ ভিতৰত কাৰবি আংলং আৰু উত্তৰ কাছাৰ এই দুখন পাহাৰীয়া জিলা। অসমৰ সৰ্বমুঠ মাটি কালি ৮৮৫২৩ বৰ্গ কিলোমিটাৰৰ ভিতৰত জনজাতি অধ্যুষিত কাৰবি আংলং জিলাৰ মাটিকালি ১০৩৩২ বৰ্গ কিলোমিটাৰ। ১৯৭১ চনৰ লোক পিয়ল মতে অসমৰ মুঠ জনসংখ্যা ১৪,৬১,৫১,৫২। পাহাৰীয়া জনজাতিৰ সংখ্যা গৰিষ্ঠতাৰ ওপৰত নিৰ্ভৰ কৰি ভাৰতীয় সংবিধানৰ ৬ষ্ঠ অনুসূচীৰ ভিত্তিত অনগ্ৰসৰ জন-জাতীয় লোকসকলৰ আৰ্থ-সামাজিক সমস্যাসমূহৰ স্থানীয়ভাৱে সমাধান কল্লে স্বায়ত্ত শাসনৰ সুবিধা দি জিলা পৰিষদ গঠনৰ বিশেষ তাৎপৰ্যপূৰ্ণ পদক্ষেপ। জিলা পৰিষদেও অৱশ্যে অনগ্ৰসৰ জনজাতীয় লোকসকলৰ অৰ্থে সামাজিক শিক্ষাৰ উন্নতিৰ হকে বলিষ্ঠ নীতি গ্ৰহণ কৰা দেখা যায়।

কাৰবি আংলং জিলাৰ অধিবাসীবিলাক হৈছে কাৰবি, ডিমাচা, বড়ো কছাৰী, লালুং, টাই-আইটনীয়া, নগা, কুকি, লুচাই, আদি জনজাতিসকল আৰু অন্যান্য অজন-জাতীয় লোকসকল। মুঠ জনসংখ্যাৰ ভিতৰত ১,৭২,৮৪৫ জন কাৰবি জনজাতীয় লোক। তিব্বত-বৰ্মীয় ভাষা গোষ্ঠীৰ অন্তৰ্গত কাৰবি জনগোষ্ঠী এই জিলাৰ প্ৰধান অধিবাসী। এই জনগোষ্ঠীৰ অতীত শিক্ষা ব্যৱস্থাক সামৰি বৰ্তমান সময়লৈকে কেনেধৰণৰ প্ৰগতি লাভ কৰিছে তাৰে এটি চমু সমীক্ষা দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে।

শিক্ষা পদ্ধতি সাধাৰণতে নিৰ্ণিত হয় সামাজিক, ৰাজনৈতিক আৰু আন্ত-ৰ্জাতিক আদৰ্শৰ ওপৰত। শিক্ষাৰ পটভূমি, প্ৰয়োগ আৰু বিকাশ নিৰ্ভৰ কৰে সামাজিক বিবৰ্তনৰ ওপৰত। ফলত যুগ পৰিবৰ্তনৰ লগে লগে শিক্ষাৰ পটভূমিৰো পৰিবৰ্তন হৈ আহিছে। বৰ্তমান যি অৰ্থত শিক্ষা শব্দটো গ্ৰহণ কৰা হৈছে, সেই একেটা অৰ্থত কোনো এটা জাতিৰ আদিম শিক্ষা ব্যৱস্থাৰ আলোচনা সম্ভৱপৰ নহয়। কাৰবিসকলৰ ক্ষেত্ৰতো এই কথাটো অপ্ৰযোজ্য নহয়। ইয়াৰ মূল্যায়নৰ পটভূমিত সেইদৰে সময়ৰ সোঁতৰ ওপৰত নিৰ্ভৰশীল। শিক্ষাই বহুল অৰ্থত অকল পুথিগত বিদ্যা বা স্কুল কলেজীয়া শিক্ষাকেই সামৰি

নলয়। জীৱন-ধাৰণৰ বা প্ৰয়োজনীয় আহিলা বা সমগ্ৰী আহৰণত বিভিন্ন পৰিস্থিতিত যে ধ্যানধাৰণা অভিজ্ঞতাই জন্ম লাভ কৰে আৰু জীয়াই থকাত সহায় কৰে তাকো শিক্ষা আখ্যা দিয়া হয় আৰু সেই অৰ্থতহে কাৰবি জনজাতিৰ আদিম শিক্ষা ব্যৱস্থাৰ পটভূমি হিচাপে বিচাৰ কৰা হৈছে।

ইতিহাসে সাক্ষী বহন কৰি আহিছে যে কোনো এটা জাতিৰ আদিম অৱস্থাত আধুনিক দৃষ্টি কোণেৰে নিৰূপণ কৰা পঢ়াশলীয়া শিক্ষা ব্যৱস্থাৰ প্ৰচলন থাকিব নোৱাৰে। কাল বিবৰ্তনৰ ওপৰত নিৰ্ভৰ কৰিহে পঢ়াশলীয়া ব্যৱস্থাৰ দৃষ্টি হয়। অৱশ্যে এই ক্ৰমশঃ গতিশীল অৱস্থাৰ আধাৰশিলা স্বৰূপে সকলো জাতিৰে মাজত informal শিক্ষা ব্যৱস্থাৰ প্ৰচলন আছে। জীয়াই থকাৰ প্ৰয়োজনত স্বতঃস্ফূৰ্তভাৱে আহৰণ কৰি লোৱা জ্ঞান আৰু অভিজ্ঞতাই হৈছে সেই জাতিৰ শিক্ষা। কিয়নো এই শিক্ষাই তেওঁলোকক বিভিন্ন পৰিস্থিতিত কি ধৰণৰ কাৰ্যপন্থা গ্ৰহণ কৰিব লাগিব তাৰে প্ৰস্তুতি দিয়ে। আদিম কাৰবি জনজাতিৰ ক্ষেত্ৰটো এই কথা নুই কৰিব নোৱাৰি। এই জাতিটোৰ ক্ৰম-বিকাশৰ ধাৰাটো পৰ্যবেক্ষণ কৰি এইটো নিসন্দেহে কব পাৰি যে চিকাৰজীৱী, কৃষিজীৱী, কাৰবি সমাজৰ প্ৰকৃতি নিৰ্ভৰশীলতা, বৰ্ধিত জনসংখ্যা, জীৱিকা আৰ্জনৰ ক্ষেত্ৰত দেখা দিয়া সমস্যাৰ পটভূমিত স্বাভাৱিক শিক্ষাৰ ভেটি গঢ়ি উঠিছিল যেতিয়া তেওঁলোক ক্ৰমে আৰণ্যক জীৱনৰপৰা গ্ৰামীণ জীৱনলৈ গতি কৰিছিল। এই গতিশীল অৱস্থাৰ মূল্যায়নৰ বাবে কাৰবিসকলৰ শিক্ষাৰ সোঁতটোক তিনিটা ভাগত ভাগ কৰি লব পাৰি—(ক) আদিম যুগৰপৰা ঊনবিংশ শতিকাৰ আগভাগলৈ (খ) ইংৰাজ শাসনৰ যুগ (অৰ্থাৎ ঊনবিংশ শতিকাৰ তৃতীয় দশকৰপৰা ভাৰত স্বাধীন হোৱালৈ) (গ) স্বাধীনোত্তৰ যুগ।

**কাৰবিসকলৰ আদিম শিক্ষা ব্যৱস্থাঃ** কাৰবি জনগোষ্ঠীৰ আদিম শিক্ষা ব্যৱস্থাৰ বিষয়ে আলোচনাৰ পাতনি মেলাৰ আগতে এওঁলোকৰ কৃষ্টি সংস্কৃতিৰ দিশটোলৈ মনোনিবেশ কৰিব লাগিব। সুকৃষ্টি সম্পন্ন জাতি এটা শিক্ষাৰ ক্ষেত্ৰত পাছ পৰা হব নোৱাৰে কাৰণ চহকী কৃষ্টি সংস্কৃতিৰ দিশটো সুশিক্ষাৰ চানেকী। কাৰবি জনগোষ্ঠীৰ অতীত ইতিহাসৰ পম খেদিলে আমি দেখিবলৈ পাওঁ যে ইতিহাসে চুকি পোৱা সময়ৰ আগৰপৰাই নানা গীতমাত, সাধুকথা, প্ৰৱচন, নীতিবচন, সামাজিক আইন-কানুন আদিৰ বহুল প্ৰচলনে সংস্কৃতিৰ দিশটোক টনকীয়াল কৰি ৰাখিছে। চহকী কৰি তুলিছে। বিভিন্ন



উদাৰে সুতাৰ দৰে গভীৰ দাৰ্শনিক তত্ত্ব সম্বলিত। "চ'ক কেৰই" উৎসৱত গোৱা 'হাচাকেকান' গীত বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি তত্ত্বৰ ওপৰত ৰচিত। 'কাৰবি ৰামায়ণ' গীত এই জনগোষ্ঠীৰ উৎকৃষ্ট সংস্কৃতিৰ 'মাইলৰ খুটি,' "কিৰিপ পেন আছ' মাৰ বাংফ" সাধুকথা, হিতোপদেশৰ সমতুল্য নীতিশিক্ষামূলক আখ্যান। প্ৰেমৰ পৰিণতিৰ ওপৰত ৰচিত আখ্যানমূলক গীত 'হাঈম্' সূক্ষ্ম সুকুমাৰ উত্তম নিদৰ্শন। তাৰ উপৰিও সামাজিক শৃঙ্খলা ৰক্ষাৰ ওপৰত প্ৰৱৰ্তিত নিয়ম-কানুনসমূহে এই জাতিটোৰ সভ্যতাৰ উত্তম নিদৰ্শন। এই বিভিন্ন কথাবিলাক গমি-পিতি চাই নিসন্দেহে কব পাৰি যে এনে উৎকৃষ্ট কৃষ্টিসম্পন্ন জাতিৰ শিক্ষা ব্যৱস্থাও নিশ্চয় উন্নত বিধৰ আছিল। অৱশ্যে আৰ্থিক সামাজিক আৰু ৰাজনৈতিক নানা বিপৰ্যয়ৰ বলি হবলগীয়া হোৱা বাবে হয়তো এওঁলোকৰ মাজত লিখা পঢ়াৰ প্ৰচলন নাইবা লিপিৰ সৃষ্টি হব নোৱাৰিলে।

**ৰিছ'মাৰ আতেৰাং (ডেকা চাং)ঃ**—কাৰবি জনসমাজৰ আদিম শিক্ষা ব্যৱহাৰ মূল ভেটি হৈছে "ৰিছ'মাৰ আতেৰাং" (ডেকা চাঙ) নামৰ অনুষ্ঠানটো। এই অনুষ্ঠানটোৰ প্ৰকৃতিলৈ চাই অতীজ ভাৰতৰ আশ্ৰম শিক্ষা ব্যৱস্থাৰ লগত মিল থকা দেখিবলৈ পোৱা যায়। অতীজ ভাৰতত ঋষি মুনিসকলে অৰণ্যৰ মাজত আশ্ৰম পাতি শিশুসকলক ভৱিষ্যত জীৱন নিৰ্বাহৰ বাবে প্ৰয়োজনীয় শিক্ষাদান কৰাৰ দৰে কাৰবিসকলৰ মাজতো আদিম অৱস্থাত তেনে ধৰণৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা আছিল। বৈদিক যুগত শিক্ষাৰ ক্ষেত্ৰত আশ্ৰমসমূহে যি ভূমিকা গ্ৰহণ কৰিছিল সেই একেই ভূমিকা আদিম কাৰবি সমাজত ৰিছ'মাৰ আতেৰাং আশ্ৰম জীৱনৰ এটি ক্ষুদ্ৰ সংস্কৰণ আছিল। 'ৰিছ'মাৰ আতেৰাং' গঠনৰ ক্ষেত্ৰত গাঁওবুঢ়াই আগভাগ লৈছিল। ভৱিষ্যত বংশধৰ সকলক সকলো প্ৰকাৰে উপযুক্ত কৰি তুলিবলৈ ব্যৱহাৰিক বিধৰ প্ৰশিক্ষণ দিয়া হৈছিল। জীৱন নিৰ্বাহৰ বাবে প্ৰয়োজনীয় হাতৰ কাম অৰ্থাৎ দৈনন্দিন জীৱনৰ লাগতিয়াল বাঁহ-বেতৰ সঁজুলি, তাঁতশাল পতা আৰু গাৰ্হস্থ্য জীৱনত কৰণীয় পূজা সেৱা, আচাৰ-অনুষ্ঠান, বিয়া সবাহৰ সামাজিক নীতি, সমাজত শৃঙ্খলা ৰক্ষা কৰিবলৈ আইন-কানুন আদিৰো প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা আছিল বুলি জনা গৈছে।

এই 'ৰিছ'মাৰ আতেৰাং' অনুষ্ঠানটো সুচাৰুৰূপে পৰিচালনাৰ ভাৰ আছিল অৰ্হতা সম্পন্ন 'তেৰাং আছাৰ'ৰ ওপৰত। তেওঁ ভৱিষ্যত বংশধৰ ডেকাসকলক দায়ীত্বশীল সমজুৱা হিচাপে গঢ়ি তুলিবলৈ সকলো ধৰণৰ প্ৰশিক্ষণৰ ব্যৱস্থা

এই ৰিছ'মাৰ আতেৰাঙ'ত প্ৰশিক্ষণ দিয়াৰ বাবে সাধাৰণতে তিনিবছৰ কাল নিৰ্ধাৰিত আছিল বুলি জানিব পৰা গৈছে। কিন্তু এই সময় সীমা প্ৰয়োজন অনুসৰি বিশেষকৈ পৰিপক্কতা লাভৰ অৰ্থে প্ৰশিক্ষাৰ্থীয়ে দীৰ্ঘম্যাদি কৰি লোৱাত বাধা নাছিল বুলি জনা গৈছে। 'ৰিছ'মাৰ আতেৰাং' শিক্ষা ব্যৱস্থাৰ এটি উল্লেখযোগ্য বৈশিষ্ট্য আছিল গোষ্ঠী বা ফৈদ নিৰপেক্ষতা। সকলো ফৈদৰ ডেকাই একেটা অনুষ্ঠানতে কোনো বাধাৰ সন্মুখীন নোহোৱাকৈ প্ৰশিক্ষণ লব পাৰিছিল। এই ৰিছ'মাৰ আতেৰাঙ'ৰ আৰু এটি প্ৰধান বৈশিষ্ট্য আছিল প্ৰশিক্ষণৰ বাবদ কোনো মাচুল আদি দিব নালাগিছিল।

ৰিছ'মাৰ অংতেৰাঙৰ আন এটি উল্লেখনীয় দিশ আছিল ই সম্পূৰ্ণভাৱে অবিবাহিত ডেকাৰ অনুষ্ঠান। গাভৰুক বা তিৰোতাক তাত প্ৰবেশাধিকাৰ দিয়া নহৈছিল। আনকি বিবাহিত মুনিহবো প্ৰবেশাধিকাৰ নাছিল বুলি প্ৰমাণ পোৱা গৈছে। প্ৰাচীন ভাৰতীয় জীৱনৰ চাৰি আশ্ৰমৰ ব্ৰহ্মচাৰ্য আশ্ৰম জীৱনৰ লগত ৰিছ'মাৰ আতেৰাঙৰ মিল থকাতো প্ৰমাণ কৰে। অৱশ্যে এই মিলটোলৈ চাই ভাৰতীয় জীৱন প্ৰৱাহৰ লগত মানসিক সম্বন্ধ আছিল বুলি ঠাৱৰাব পাৰি যদিও এনে সিদ্ধান্ত গ্ৰহণৰ বাবে সুচিন্তিত গৱেষণাৰ প্ৰয়োজন আছে বুলি আমি ভাবোঁ।

**জিৰকেদাম:** আদিম কাৰবি জনসমাজৰ আন এটি শিক্ষানুষ্ঠান জিৰকেদাম। এই জিৰকেদাম কৃষিভিত্তিক সামূহিক জীৱনৰ পটভূমিত গঢ়ি উঠিছিল। এই জিৰকেদাম কাৰবি জনজাতিৰ সমবায় বা যৌথ-জীৱনৰ উজ্জ্বল নিদৰ্শন। জিৰকেদামৰ বিভিন্ন কাৰ্যাৱলীলৈ চাই এইটো নিঃসন্দেহে কব পাৰি যে সমাজ পাতি বাস কৰিবলৈ হলে সমজুৱাসকলে পৰস্পৰে পৰস্পৰক কেনেকৈ যৌথভাৱে সহায় আগবঢ়াব পাৰে তাৰে শিক্ষা নতুন চামে জিৰকেদামত লাভ কৰিছিল। এই শিক্ষা মূখ্যতঃ ব্যৱহাৰিক বিধৰ আছিল।

আহোম, কছাৰী আৰু জয়ন্তীয়া আদি বিভিন্ন ৰাজতন্ত্ৰৰ তলত কাৰবি-সকলৰ স্বতন্ত্ৰীয়া শিক্ষা ব্যৱস্থাৰ পৰিবৰ্তন হোৱাৰ প্ৰমাণ পোৱা নাযায়। পিছে ৰাজনৈতিক পট পৰিবৰ্তনৰ ঢৌৱে সামাজিক অৱস্থাৰ পৰিবৰ্তন অনাৰ লগতে শিক্ষাৰ ক্ষেত্ৰটো পৰিবৰ্তন আনিলে।

**ইংৰাজ শাসনৰ যুগ:** মানৰ অসম আক্ৰমণ, আহোম ৰজাৰ শাসনৰ অৱসান আৰু ইংৰাজ আগমণৰ বিভিন্ন পৰিস্থিতিয়ে অসমৰ ৰাজনৈতিক দিশত যথেষ্ট পৰিবৰ্তন আনিলে। গতিকে এই উনবিংশ শতিকাই অসম, অসমীয়াৰ সমাজ জীৱন আলোড়িত কৰি তুলিলে। আলোড়িত হ'ল এক নতুন প্ৰবাহ।



অসমৰ মাজ বুকুত বসবাস কৰা কাৰবি সমাজে সেই সোঁত প্ৰবাহৰপৰা ফালৰি কাটি থাকিব নোৱাৰিলে। ফলত আদিম কাৰবি সমাজৰ মূল ভেটিত জন্ম হ'ল আধুনিক কাৰবি সমাজৰ। অসমৰ বুকুত প্ৰবাহিত হোৱা ইংৰাজী শিক্ষাৰ ঢৌৱে কাৰবি সকলোকো চুই গ'ল। জন্ম হ'ল ৺ছেমচন ইংতিৰ এক নতুন প্ৰতিশ্ৰুতি লৈ। অনগ্ৰসৰ কাৰবি জনসমাজক ভাৰতৰ অন্য প্ৰান্তৰৰ লোক সকলৰ সমানে আগবঢ়াই নিবলৈ আহোপুৰুষাৰ্থ চলিল। শিক্ষা বিভাগৰ উপ-পৰিদৰ্শকৰ চাকৰিত যোগদান কৰি ৰাইজৰ সহযোগত বহুতো প্ৰাথমিক স্কুল স্থাপন কৰালে। ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ বহুকেইখন পাঠ্যপুথি প্ৰণয়ন কৰিলে। তেখেতৰ যত্নত কাৰবি আংলং জিলাত আধুনিক শিক্ষাৰ পাতনি আৰম্ভ হ'ল।

কিন্তু বিদেশী শাসকসকলে নিজ স্বাৰ্থপূৰণ ব্যতিৰেকে জনসাধাৰণৰ আৰ্থিক, সামাজিক উন্নতিৰ প্ৰতি সহানুভূতিপূৰ্ণ দৃষ্টি নিদিয়াত আকাঙ্খিত ফল লাভ হোৱা নাছিল। অৰ্থনৈতিক শোষণ একমাত্ৰ উদ্দেশ্য হোৱাত শাসিত লোক সকলৰ অৱস্থা দিনে দিনে পানীত হাঁহ নচৰা বিধৰ হৈ আহিল। অনগ্ৰসৰ কাৰবি জনসমাজৰ অৱস্থাৰ উন্নতি পৰ্বতত কাছ কণীৰ দৰে হৈ থাকিল।

**স্বৰাজোত্তৰ যুগত অগ্ৰগতি:** ভাৰত ব্যাপি বিদেশী শাসকৰ বিৰুদ্ধে চলা অভূতপূৰ্ব জনজাগৰণৰ ফল স্বৰূপে ১৯৪৭ চনত ভাৰত বিদেশী শাসন মুক্ত হ'ল। মুক্ত আকাশৰ তলত জনগণৰ মনত নতুন আশা-আকাঙ্খাৰ বীজ ৰোপন হ'ল। আৰম্ভ হ'ল দেশীয় চৰকাৰৰ তলত নতুন পথ পৰিক্ৰমা। দেশীয় চৰকাৰে দেশৰ সামগ্ৰিক উন্নতিৰ প্ৰতিশ্ৰুতি লৈ কামত আগবাঢ়িল। ফল স্বৰূপে গাঁৱে-ভূঞে, নগৰে-চহৰে আধুনিক শিক্ষাৰ আধাৰশিলাৰ পতন হ'ল। সময়ৰ লগত সমানে খোজ মিলাই যাব পৰাকৈ ভৱিষ্যত বংশধৰ সকলক আধুনিক শিক্ষা দিয়াৰ ব্যৱস্থা হিচাপে বহুত ইংৰাজী শিক্ষাৰ স্কুল কলেজ স্থাপন কৰা হ'ল। কাৰবি আংলং জিলাতো আৰম্ভ হ'ল শিক্ষাবিস্তাৰৰ অভিযান। এই অভিযানৰ ফলস্বৰূপে চৰকাৰী আৰু বেচৰকাৰী খণ্ডত ১৯৮০ চনৰ শেষ ভাগলৈ এখন কলেজ, ৫২খন উচ্চ মাধ্যমিক স্কুল—প্ৰাথমিক স্কুল, ১২খন প্ৰাক প্ৰাথমিক, এখন হিন্দী প্ৰশিক্ষণ, এখন আই. টি. আই. তুথন বয়ন প্ৰশিক্ষণ কেন্দ্ৰ, এখন আইন কলেজ স্থাপনৰ যোগেদি শিক্ষা বিস্তাৰৰ বহুল প্ৰস্তুতি চলিছে।

| শিক্ষা অনুষ্ঠানৰ শ্ৰেণী | সংখ্যা | জন জাতীয় শিক্ষক শিক্ষয়িত্ৰী | | | তপশীল ভুক্ত অনুসূচিত শিক্ষক শিক্ষয়িত্ৰী | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| | | মুঃ | তিঃ | মুঠ | মুঃ | তিঃ | মুঠ | মুঃ | তিঃ | মুঠ |
| কলেজ স্নাতক পৰ্যায়লৈ | ১ | | | | | | | | | |
| উচ্চতৰ মাধ্যমিক আৰু উচ্চ মাধ্যমিক | ৫৬ | ১৯ | ৭ | ২৬ | ১০ | ১ | ১১ | ২২৯ | ৩৫ | ২৬৪ |
| মাধ্যমিক | ১০৬ | ৮১ | ৭ | ৮৮ | ১২ | — | ১২ | ৪২৩ | ২৫ | ৪৪৮ |
| প্ৰাথমিক | ৮৩৪ | ৭৪১ | ১৫৮ | ৮৯৯ | ৭৬ | ৫ | ৮১ | ১২০৯ | ২৮৭ | ১৬৯৬ |
| প্ৰাক-প্ৰাথমিক | ১২ | ৮ | ২ | ১০ | — | — | — | ৮ | ৭ | ১৫ |
| আই. টি. আই | ১ | — | — | — | ১ | — | ১ | ১০ | — | ১০ |
| হিন্দি প্ৰশিক্ষণ কেন্দ্ৰ | ১ | — | — | — | — | — | — | ৫ | — | ৫ |
| বয়ন প্ৰশিক্ষণ কেন্দ্ৰ | ২ | ২ | ২ | ৪ | — | — | — | ২ | ২ | ৪ |
| আইন কলেজ | ১ | ১ | — | ১ | — | — | — | ৪ | — | ৪ |
| প্ৰাপ্ত বয়স্ক শিক্ষা কেন্দ্ৰ | ১৫০ | ১৫৪ | ৪৬ | ২০০ | — | — | — | ১৫৪ | ৪৬ | ২০০ |

| পৰীক্ষাৰ নাম | পৰীক্ষাৰ্থীৰ সংখ্যা প্ৰশিক্ষাৰ্থীৰ সংখ্যা | | | উত্তীৰ্ণৰ সংখ্যা প্ৰশিক্ষিতৰ সংখ্যা | | |
|---|---|---|---|---|---|---|
| | ছাত্ৰ | ছাত্ৰী | মুঠ | ছাত্ৰ | ছাত্ৰী | মুঠ |
| স্নাতক কলা | | | | | | |
| প্ৰাক স্নাতক | | | | | | |
| হাইস্কুল শেষান্ত পৰীক্ষা ৭৮—৭৯ | ৪৫০ | ১৪২ | ৫৯২ | ১৩৯ | ৪৩ | ১৮২ |
| মাধ্যমিক স্কুল শেষ পৰীক্ষা | ১৪৩৩ | ৫৩৭ | ১৯৭০ | ১৩১২ | ৪৭৮ | ১৭৯০ |
| প্ৰাথমিক | ২৬৪৮ | ১৮২২ | ৪৪৬৮ | ২৪১৬ | ১৪২৪ | ৩৮৪০ |
| আই. টি. আই | ৯৫ | ২২ | ১১৭ | ৭৫ | ১৫ | ৯০ |
| হিন্দী প্ৰশিক্ষণ | ৭৬ | ২০ | ৯৬ | ৬০ | ১৫ | ৭৫ |
| বয়ন প্ৰশিক্ষণ | — | ৬০ | ৬০ | — | — | ৬০ |
| দহমহীয়া আঁচনি প্ৰাপ্ত বয়স্ক ১ম পৰ্যায় ২-১০-১৮ | ৩৯৫০ | ২১৮৯ | ৬১৩৯ | ১৩৭৮ | ১৬৬৪ | ৩০৪২ |
| ২য় পৰ্যায় ১-৩-৮০ | ৫৭০৮ | ৫৭৫৮ | ৮৮৬২ | | | |



## শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত চৰকাৰী প্ৰতিষ্ঠান আদিৰ ভূমিকা

কাৰবি আংলং জিলাৰ শিক্ষাৰ বহুল প্ৰসাৰৰ ক্ষেত্ৰত চৰকাৰী বেচৰকাৰী অনুষ্ঠান প্ৰতিষ্ঠানসমূহে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। পাছ পৰা জনজাতীয় লোকসকলৰ মাজত শিক্ষাৰ বহুল প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে অসম চৰকাৰে এখন পূৰ্ণাঙ্গ পৰ্যায়ৰ কলেজ, তিনিখন চৰকাৰী হাইস্কুল স্থাপন কৰাৰ উপৰিও জনজাতীয় ছাত্ৰ-ছাত্ৰীসকলক অনুপ্ৰাণিত কৰিবলৈ কিতাপ, পোছাক-পৰিচ্ছেদ আদি কিনাৰ বাবে জলপানিৰ ব্যৱস্থা কৰিছে। দ্বিতীয়তে, অৰ্হতাসম্পন্ন ছাত্ৰ ছাত্ৰীসকলক দিয়া বৃত্তিৰ সংখ্যাও বৃদ্ধি কৰা দেখা গৈছে। প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত সমগ্ৰ দায়িত্ব জিলা পৰিষদৰ হাতত ন্যস্ত আছে। জিলা পৰিষদেও এই ক্ষেত্ৰত বলিষ্ঠ পদক্ষেপ পেলোৱা দেখা গৈছে।

বেচৰকাৰী খণ্ডত অখিল ভাৰতীয় দয়ানন্দ সেৱাশ্ৰম, খৃষ্টান মিচনাৰী সংস্থা আৰু স্থানীয় ৰাইজৰ সহযোগত গঠিত হোৱা স্কুল পৰিচালনা সমিতিবিলাকৰ ঐকান্তিকতা প্ৰশংসনীয়। অখিল ভাৰতীয় আৰ্য সমাজৰ যত্নত প্ৰাচীন ভাৰতীয় আদৰ্শৰ ভিত্তিত ৬খন ডি. এ. ভি. স্কুল পতা হৈছে। খৃষ্টান মিচনেৰীৰ যত্নত ডনবস্কো স্কুল কমপ্ৰেক্স গঢ়ি উঠিছে। লগতে প্ৰধান অধিবাসী কাৰ্বি জনগোষ্ঠীৰ ভাষাৰ উন্নতিৰ হকে চলোৱা প্ৰচেষ্টাৰ ফল স্বৰূপে কাৰবি মাধ্যমৰ প্ৰাথমিক স্কুল স্থাপন কৰা কাৰ্য আনন্দদায়ক।

অনগ্ৰসৰ কাৰবি জনজাতিৰ মাজত জাগ্ৰত হোৱা শিক্ষাৰ প্ৰতি অকুণ্ঠ হেপাহৰ ন-দিগন্তত নতুন আলোকৰ ৰেখাপাত কৰি এক প্ৰতিশ্ৰুত ভৱিষ্যতৰ সূচনা হৈছে।

# ধৰ্ম আৰু পূজা-পাতল

কাৰবিসকল হিন্দু ধৰ্মী লোক। খুব কম সংখ্যকেহে খৃষ্টান ধৰ্ম গ্ৰহণ কৰিছে। তেওঁলোক পূৰ্বজন্মত দৃঢ় বিশ্বাসী। শিশু জন্ম হলে মৃতকজনৰ নামেৰে নামকৰণ কৰে। এই কাম 'ছাং কেলাং আবাং' বা মঙ্গলতি চোৱাৰ পিছত কৰা হয়। তেওঁলোকৰ বিশ্বাস যে পূৰ্বে মৰাজনেই আকৌ পৃথিৱীলৈ আহি মানুহ হিচাপে জন্ম গ্ৰহণ কৰিছে।

কাৰবিসকলৰ কোনো মঠ মন্দিৰ নাই। তথাপি তেওঁলোক নানা দেৱ-দেৱীৰ উপাসক। জোন, বেলি, গছ, শিল, সাপ, নদী, গিৰি গুহা আদিক অলৌকিক শক্তি সম্পন্ন বুলি বিশ্বাস কৰে। গতিকে এই সকলোবোৰেই 'আৰনাম' ( দেৱতা ) আৰু সেই সেই বস্তুক পূজা কৰে। তেওঁলোকে বসবাস কৰিব লগীয়া ঠাইডোখৰত অপশক্তি থাকিব পাৰে বুলি পূজা সেৱাৰে সেই শক্তিক সন্তুষ্ট কৰি লয় যাতে তেওঁলোকৰ অনিষ্ট সাধন কৰিব নোৱাৰে। বাঘ ( তেকে ) হাতী ( ইংনাৰ ) ভালুক ( থকাৱাম ) আদিৰপৰা ৰক্ষা পাবলৈও সেই জন্তুবিলাকৰ পূজা কৰা হয়। প্ৰকৃতিৰ সকলো ভয়াবহ বস্তুৱেই তেওঁলোকৰ মানত দেৱতা। গতিকে তেওঁলোকৰ পূজিত দেৱতাৰ সংখ্যাও বহুত।

**হেম্ফু** ঃ 'হেম্ফু' হ'ল গৃহদেৱতাবিলাকৰ ভিতৰত আটাইতকৈ ডাঙৰ দেৱতা। 'মুক্ৰাং' দ্বিতীয় ডাঙৰ দেৱতা। তৃতীয়েক 'ৰাছিংজা' কাৰ ব জাতিৰ আদি মাতৃ বা প্ৰকৃতি। কোনো বেমাৰ আজাৰ অমঙ্গল আদিৰপৰা ৰক্ষা পাবলৈ কুকুৰা, ছাগলি, গাহৰি আদি কাটি বলি বিধানেৰে এই তিনি গৰাকী দেৱ-দেৱীক বেলেগ বেলেগ সময়ত পূজা কৰা হয়।

**পেং** ঃ এওঁ এজন গৃহদেৱতা। এইজন দেৱতালৈ বছৰেকত এটি ছাগলি বলি বিধানেৰে অৰ্পণ কৰা হয়। ইয়াৰ উপৰিও মাকৈ, চাউল, এলাউ মদ, খেতিবাতি আদিৰ আগভাগ ঘৰৰ বাৰান্দাত এই পেং দেৱতালৈ ৰখা হয় যাতে তেওঁ ঘৰখনৰ কাৰোৱে একো বিপদ-বিধিনি নঘটায়। কোনো কোনো ঘৰত কুকুৰা চৰাইৰ পাখিও গুজি থয়।

**চ'জুন** ঃ চ'জুন মানে সৰগ বা স্বৰ্গপূজা। এই পূজাৰ মুখ্য দেৱতা হ'ল 'ৰ' ফুং' ( ইন্দ্ৰ ), 'আৰপি' ( ৰুদ্ৰ ) 'বিৰণে' ( অগ্নি )। সময়ৰ কোনো ব্যৱধান নাথাকিলেও ইয়াক সাধাৰণতে ৩/৪ বছৰৰ অন্তৰে অন্তৰে পূজা কৰা হয়। ... গাহৰি, কুকুৰা আদি বলি দিয়া হয়।



**ৰংকেৰ** ঃ গাঁওৰ মানুহে সমূহীয়াকৈ এই পূজা কৰে। ৰংকেৰ কেইবা প্ৰকাৰো (১) ৰেক ৰংকেৰ ( ৰাতিত ), (২) ৰেকপি ৰংকেৰ ( দিনৰ পোহৰত )। এই দুইবিধ ৰংকেৰ এজন 'হাবে' বা গাঁওবুঢ়াৰ তত্বাৱধানত কৰা হয়। বৰষুণ নহলে, খেতিবাতি নহলে, নানা অপায় অমঙ্গলে দেখা দিলে গাহৰি, কুকুৰা, ছাগলি কাটি বলি বিধানেৰে পূজা কৰা হয়। ৰেকপি ৰংকেৰত নৰবলি ( ? ) দিয়াৰো নিয়ম আছিল। (৩) 'ৰ'ফং ৰংকেৰ' প্ৰতি ৫ বছৰৰ মূৰে মূৰে পালন কৰা হয়। এইবিধ পূজাতো নৰবলি দিয়া হৈছিল। এই ৰংকেৰ দুদিনীয়া, দ্বিতীয় দিনা 'লখিকেকুৰ' ( লক্ষ্মীপূজা ) হয়। (৪) 'চংকং ৰংকেৰ' গাঁওৰ অমঙ্গল আঁতৰাবলৈ এই পূজা কৰা হয়।

**ৰিত আংলং** ঃ ই হ'ল কৃষি সম্পৰ্কীয় দেৱতা। ইয়াৰ মূল পূজা বছৰেকত ( খেতি চপোৱাৰ পিছত ) সাধাৰণতে এবাৰ কৰা হয় যদিও সময়ে সময়ে বছৰটোত খেতিত উৎপন্ন হোৱা ন শস্যাদি ( ধান, মাকৈ, তিয়হ ইত্যাদি ) মানুহে খাবলৈ লোৱাৰ আগতে এই দেৱতাক উছৰ্গা কৰে। ইয়াকে 'ইংতাত তিজাই' বা 'ছাংকিমি আৰ নাম জেপি' বুলি কোৱা হয়।

**চিনথং আৰনাম বা বুইচ'ম** ঃ এই দেৱতা হ'ল পবিত্ৰৰ প্ৰতীক আৰু সৰ্বশক্তিমান বুলি কাৰবিসকলে বিশ্বাস কৰে। সেই কাৰণে ইয়াক ভয় কৰে। এই পূজাত বছৰেকত এটা শুদ্ধ বগা কুকুৰা বলি দিব লাগে আৰু কোনো কোনোৱে পঠাও দিয়ে।

**আৰনামফাৰ** ঃ শতমুখী দেৱী ( কামাখ্যা দেৱী ? )। এওঁক পিঠা-গুৰি, তামোল-পাণ আদিৰে এশভাগ আগবঢ়াই বগা ছাগলি, বগা কুকুৰা বলি দিয়া হয়।

**হাচাকেকান** ঃ ই হ'ল কৃষি উৎসৱ। খেতি চপাই শেষ হোৱাৰ দিনা কৰা হয়। ঠাইভেদে খেতি পেলোৱা সময়তো পালন কৰে। ইয়াত মদ, ভাত আদিয়েই প্ৰধান। ডেকাবোৰে নৃত্য কৰে। বলি বিধান নাই। গাভৰুবোৰে পৰিচালনাত সহায় কৰে।

**লাম আফু** ঃ বিচাৰত জয় লাভ কৰিবৰ উদ্দেশ্যে এটা কুকুৰা বলিৰে নিৰ্জন ঠাইত ৰাতি পূজা কৰা হয়।

**চমাংকান** ঃ ই হ'ল মৃতলোকৰ সদ্গতিৰ অৰ্থে কৰা প্ৰেতকাৰ্য বা দহা। ইয়াত মৃতলোক বা পৰলোক সম্পৰ্কীয় গীত গোৱা হয়। ইয়াকো উৎসৱৰ দৰেই পালন কৰা হয়। তেওঁলোকৰ জাতীয় ঢোল, পেপা আদি বজায়। ইয়াৰ ছেৰে

অশ্লীল গীত গোৱাৰো নিষেধ নাই। অঞ্চল ভেদে ভেনে গীত গোৱা নিয়ম নাই। ইয়াৰ উপৰিও কাৰবিসকলে পূজা কৰা আন কিছুমান দেৱ-দেৱী হ'ল (১) হেমপি আংলং ( কৃষি সম্পৰ্কীয় পূজা ), (২) মুৰতি চেককামী ( চয়তান আদি ), (৩) লাংহেৰই আংলং বা লাংহেৰ' দান্দি ( ঘাট আদিৰ দেৱ দেৱী ), (৪) 'ৰ' প্ৰক ৰ' আং ( হাতী আদি ), (৫) ডুই-ক্ৰাই ( ভূতাদি ), (৬) দৰ ( অজগৰ সাপৰ পূজা বা সাপপূজা ), (৭) ৰেক আংলং ( কৃষি দেৱতা ), (৮) আজ' আছে ( কলেৰা দেৱী ), (৯) ছ'মেনে ( দুখৰূপী দেৱী ), (১০) থেংথন বা অ'ক লাংন' ( চয়তান সম্পৰ্কীয় ), (১১) হাজং ( থান দেৱতা ) আদি ছকুৰিৰো অধিক দেৱ-দেৱীৰ নাম গীত মাতবিলাকত পোৱা যায় বুলি কাৰবি লোকে কয়। সকলোবোৰ সম্পূৰ্ণৰূপে উদ্ধাৰ পালে যে কেনে এখন মনোৰম ইতিহাস উদ্ধাৰ হব তাক নকলেও হব। লগে লগে কাৰবি সাহিত্যৰ ফুলনিখনো বিবিধ ফুলেৰে জাতিষ্কাৰ হৈ উঠিল।

পূজাৰ সামগ্ৰী হিচাপে ব্যৱহাৰ কৰা বস্তুবোৰ হ'ল—চাউল, পিঠা, পিঠাগুৰি তুলসী, কণী, ধূনা, কলপাত, কৌপাত, হালধি, এঙাৰ আৰু গছ, লতা।

# বিবাহ

অতীজতে কাৰবিসকল নাঙঠ হৈ জীৱজন্তুৰ দৰে পৰ্বতে পাহাৰে ঘূৰি ফুৰাৰ কথা লোকগীতবিলাকত পোৱা যায়। যেতিয়াই জাতিটোৱে দলবদ্ধভাৱে বা সমাজ পাতি বসবাস কৰিবলৈ ধৰিলে তেতিয়াৰপৰাই সামাজিকভাৱে বা নিয়ম-নীতিৰে বিবাহ পতাৰ উদ্ভাৱন হবলৈ ধৰিলে। "মিৰিংৰংছপী" গাঁওতেই "ৰেলংবি ইংতি" আৰু 'হাৰ লংবি তিমুং'-এ কাৰবি সমাজত পোন প্ৰথমে বিবাহ পতা প্ৰচলন কৰিছিল। 'হাৰ লংবি তিমুং'-এ তেওঁৰ পুতেকলৈ 'মেলংবি ইংতি'ৰ জীয়েক 'কাংৰেং ইংতিপী'ক খুজি বিয়া পাতিছিল। সেয়েহে আদামাছাৰত ( বিবাহত ) আজিও কাৰবিসকলে তেওঁলোকক সোঁৱৰণ কৰিব লগীয়া হয়। ইয়াকে 'অপৰম কাংথুম' বোলা হয়।

কাৰবি সমাজত বিবাহ প্ৰথা বিশেষকৈ তিনি বিধ—'আদামাছাৰ', 'হৰহাককাংথুৰ' আৰু 'আদাম মনকক' তিনিওতাতে কন্যা খোজা নিয়মটো একে। কন্যা খুজিবলৈ চাৰিবাৰ যাব লাগে। লেংপী নেংছ', কাচিংকি, কেহাং কাপাতিনি আৰু আজ' আৰনিকেফা। এই চাৰিটা কাৰ্য সমাধানৰ পিছত 'বিয়া' কাপাংৰি পতা নিয়ম। লেংপী নেংছ' কাচিংকি'ত মতা মানুহে অংশ গ্ৰহণ নকৰে। দৰাৰ মাকে কেইগৰাকীমান মাইকী মানুহ লৈ কইনা খুজিব যাব লাগে আৰু কইনাৰ মাকৰ লগত সকলো কথা, আলোচনা কৰি আহিব লাগে। কেহাং অৰ্থাৎ দ্বিতীয় পৰ্যায়ত মতা মানুহো যাব লাগে আৰু 'হৰবং ( ডিঙি দীঘলকৈ থকা এবিধ তিতা লাউৰ খোলাত ভৰোৱা মদ বিশেষ বা লাউপানী ) নিব লাগে। ইয়াক 'কেহাং আহাৰ' বোলা হয়। তাৰ পিছত 'কাপাতিনি' বা তৃতীয় পৰ্যায়ত কইনা পাব নে নাপায় তাক জানিবৰ বাবে হৰবং নিব লাগে। ইয়াকে "কাপাতানি আহাৰ" বোলে। শেষত অৰ্থাৎ চতুৰ্থ বাৰত বিয়াৰ দিন ঠিক কৰিবলৈ এটা 'হৰবং' নিব লাগে আৰু ইয়াক "আজ আৰনিকেফা" বোলা হয়। অৱশ্যে ঠাই বিশেষে বেছি হৰবঙো নিয়া দেখা যায়। এই গোটেইবোৰ হৰবং কন্যাৰ বাপেকৰ মাননিৰ অৰ্থেই নিব লাগে। মাননি দিয়াৰ পিছত কন্যাৰ বাপেকে মাননি দিয়াৰ কাৰণবোৰ সোধে আৰু দৰাৰ বাপেকেও তাৰ যথাৰ্থ উত্তৰ দি যায়। উক্ত কাৰ্য সমাধানৰ পিছত 'হৰবঙ'ৰ

লব লাগে। কইনাৰপৰা অনুমতি পালে কইনাৰ বাপেকে 'হূৰবঙ'ৰ আৰ নাম লব লাগে। সেইদৰে বিবাহৰ দিন আহি পোৱাৰ লগে লগে কইনাঘৰলৈ যোৱাৰ আগমুহূৰ্তত অৰ্থাৎ ৰাতিপুৱাই গাঁওৰ ছাৰথে ( গাঁওবুঢ়াক ) হূৰবঙেৰে মাননি আগবঢ়াব লাগে। তাৰ উপৰি গাঁওৰ ক্লেংছাৰপকো ( ডেকা-গাভৰুৰ মাজৰ শ্ৰেষ্ঠতম ব্যক্তি ) মাননি আগবঢ়াব লাগে। তেতিয়াহে ডেকা গাভৰুৱে বিয়া-ঘৰীয়াক যাৱতীয় কামত সহায় কৰিবলৈ আহিব। যদি বিয়াঘৰীয়া একেখন গাঁওৰ নহয় তেন্তে সেই গাঁওৰ কইনাঘৰীয়াই 'ছাৰথে' আৰু 'ক্লেংছাৰপ'কো সেইদৰে আগবঢ়োৱাৰ নিয়ম আছে। সেইবোৰ মাননি ভগৱানৰ নামত উছৰ্গা কৰি গোট খোৱা ৰাইজে খোৱাৰ পিছতহে দৰাঘৰীয়াই কইনাৰ ঘৰলৈ যাব লাগে। সেই দিনাই দৰাঘৰীয়াই কইনাৰ ঘৰ আবেলি অৰ্থাৎ বেলি ডুবাৰ-আগেয়ে পাব লাগে আৰু সেই ৰাতিটো তাতে থাকি পিছদিনা আবেলি ঘূৰি অহাটো নিয়ম।

দৰা বা কইনা সজোৱাতো বিশেষ গুৰুত্ব দিয়া নহয় যদিও দৰাই ফুলাম চাদৰ 'চই-ইক-চইলক' ( ক'লা আৰু বগা ৰঙৰ দুবিধ কাৰবিৰ চোলা ) পিন্ধি মূৰত ফুলাম প'হ' ( পাগুৰি ) লগাই যাব লাগে আৰু কান্ধত জম্বিলি ( এবিধ মোনা ) লব লাগে। কইনাই কিচ্‌কিচীয়া ক'লা মেখেলা পিন্ধি 'ৱামুংৰৱাম্‌কক্ ( পেটী ) কঁকালত বান্ধি আগফালে সমানকৈ ওলমাব লাগে। ( আজিকালি ব্লাউজ পিন্ধে ) গাত বগা ফুলাম চেলেং কাপোৰ ( ? ) মেৰিয়াই লব লাগে। হাতৰ আঙুলিত ৰূপৰ আঙঠি ( আজিকালি সোণৰ ) আৰু ডিঙিত 'লেকহিকি' ( আজিকালি সোণৰ হাৰ ) পিন্ধে। অৱশ্যে এইবোৰ অলংকাৰ লোৱাৰ কোনো ধৰা বন্ধা নিয়ম নাই। বিয়া যদি একেখন গাঁওৰ নহয় তেন্তে যাওঁতে বাটত পোৱা গাঁওবিলাকৰ প্ৰত্যেকখনতে হূৰবঙেৰে মাননি দি যাব লাগে। আনকি বাটত পোৱা মানুহকো মাননি দি যোৱাটো নিয়ম। মাননিৰ সম্পৰ্কে দৰাপক্ষ মানুহৰ লগত সোধ-পোচ কৰাৰ বিধান আছে। কইনাৰ ঘৰ পোৱাৰ আগতে এটি সৰু-সুৰা ভোজন কাৰ্য সমাধান কৰা হয়। ইয়াক 'আংদেং কেচ' বোলা হয়।

'হৰহাক কাংথুৰ' নিয়মত কৰিলে তিনিটা হৰহাক ( মদ লোৱা এবিধ খাং ) দৰাৰ ঘৰৰপৰা নিব লাগে। এই তিনিটা 'আৰি' ( দৰাপক্ষৰ ) 'এহাক', ইংজিৰ আৰণ ( ভনী বা বাইৰ ) এহাক আৰু চুচুফিলি ( ভাগিনীৰ ) এহাক। প্ৰতিটো হাকত ভৰাবলগীয়া মদ হ'ল—দাম দাম এটা, বংচিন নটা, হৰবিতিবুক



নিব লাগে। কিন্তু যদি সাধাৰণ আদামাচাৰ বিবাহ হয় তেন্তে হৰবং দুটাৰ বাহিৰে এইবোৰ নিব লগা নহয়। অৱশ্যে ৰংখাৰ বা আমৰি অঞ্চলত তাতোকৈ অধিক হৰবং নিয়াৰ নিয়ম আছে। 'আদাম থনকক' নিয়মত আদামাছাবৰ লগত প্ৰায়েই একে। পাৰ্থক্য এইখিনিতে যে 'আদাম থনকক' হৈছে বাপেকৰ ঘৰৰপৰা দৰাঘৰীয়াই কইনাক লগত আনিব নোৱাৰে। দৰাক কইনাৰ ঘৰত এৰি থৈ আহিব লাগে। পিছত অৰ্থাৎ দুই বা তিনিদিনৰ পিছত দৰাই নিজে কইনাক ঘৰলৈ আনিব লাগে।

বিয়াৰ দিনা কইনাৰ ঘৰত আবেলি বা ৰাতিত যদি 'হৰহাক কাংমুৰ' হয়, হৰকাকেৰে 'আদাম' আৰু কেপ্লুং আদি 'হৰবং' কইনাৰ বাপেকক মাননি আগবঢ়াব লাগে আৰু দুজন মানুহৰদ্বাৰা সেৱা কাৰ্য সমাধান কৰিব লাগে। যদি সাধাৰণ আদামাছাৰ হয় তেন্তে কন্যাৰ বাপেকক এটা হৰবংহে মাননি দিয়াৰ নিয়ম। সেৱা কাৰ্য সমাধানৰ পিছত গীতৰ ছলেৰে বাপেকে এইদৰে সুধিব লাগে—

"জা ছাংলিন পেন ক্লিৰমে।
আনছাৰ আংহাং ফুহে ॥
বংছুক পাংফাৰচে ॥
খিমা বিমৰেচে
দেং কিন্দু ওকুচে
খেলু অহিম্‌মে।
পতল হমৰি নাংলে ॥
পালাত অফিং মে।
ল' হুম্‌ৰি ছাংলে মো
আহুতলে উন এ ( ওং )
ল' হুম্‌ৰি মাহে"......

অৰ্থাৎ হে মে আৰু নীসকল, চকুৰে দেখি নোপোৱা এই বুঢ়া বয়সত ক'লৈ যাবলৈ নো আপোনাৰ এই ডাঙৰ ঘৰত সোমালেহি। তাৰ উত্তৰত দৰাৰ বাপেকে এইদৰে গায় —

..."জু খেলু কামে।
পালাত আফং মে ॥
নেল' আহুত নেলে।
থেল আহুমে ( চি ) ॥

ল হুমবি নাংলে ।
নন ছাৰ আহাং ফুহে
বই আথেন বেন নে ।
লাংলি ক্লিৰ ল' বে ॥
জৰ্লাং কাৰ'চে ।
নন ছিং ক্ৰেং মুন্তালে ॥
দামছাৰ আলামথে ( ছি )
ল' হুমবি নাংলে ।......"

অৰ্থাৎ হে অং, আমি ক'তো যাবলৈ ওলোৱা নাই । আমি আমাৰ বয়স ভাটি হোৱাত আপোনাৰ 'নী'য়ে মদ আদি যতনাই এই ফাগুনতে আদামাছাৰ পাতো বুলি আপোনাৰ ইয়ালৈকে আহিলো ।" এইদৰে সোধ-পোচৰ কাৰ্য সমাধান কৰি কইনাৰ অনুমতি সাপেক্ষে ঈশ্বৰৰ নামত হৱবং উছৰ্গা কৰা হয় । ইয়াকে 'হৱবং আৰলাম কেপু' বোলা হয় । ঈশ্বৰক প্ৰাৰ্থনা কৰোঁতে এইদৰে গায়—

"আৰনাম আৰজুনন ফিথে আৰ্জুনন ফুথে
আৰ্জুনন পিমুক্ৰাং আৰ্জুনন প' মুক্ৰাং
আৰ্জুনন পিবিন জা, আৰ্জুনন প'ৰিনজা,
আহেমাৰি, আহেম আকুং
কিম আৰনাম বাক আৰনাম
ক'চে আৰনাম ইংতুং আৰনাম
জ' আৰৱি আলামকালি আৰ এ আলামকালি
ছুৰি আলামকালি ফাৰ, আলামকালি
কিকিম আতেম' কেৰাক আতেম
ব'চে আৰনাম ইংতুং আৰনাম
জ' আৰবি আলামকালি আৰ এ আলামকালি
ছুৰি আলামকালি ফাৰ আৰামকালি,
কিকিম আতেম কেৰাক আতেম
ব'চে আতেম 'ইংতুং আতেম
জ' লিছুৰি আদন, নি ফাৰ আদন
ইংচিন আদন কেফুত উন এ আলং আদন



কেফুত উন এ
ফিজু আদন কেফুত উন এ কাৰ্লে আদন
কেফুত উন এ
ছেৰ হনজেং কেদাক উন এ
ৰূপ হনজেং কেদাক উন এ
জ' নেছু পেন, নে অ'ছা পেন
ফুমেন আচিথে দেই ফুলক আচিথে দেই
মই চিংকি অচিথে দেই
মই চিংহম আচিথে দেই
ছ'মে আবৰ দেই
ছুমে আবৰ দেই
ব'চেমে নাংজি ইংতুং মে নাংজি
চ'কিম থিৰ নাংজি, চ'ৰাক থিৰ নাংজি,
ছেৰং কেচাম, জাংনেই কেচাম
বি কেথেপ উন এ
ৱ' লংকম বেবে
ৱ' লংকম চেনে
লা আবৰ দেই
লা আকান দেই
আৰনাম চকজিৰ মেজিব
আথিক লেথান থা
আচৱন লেথান থা
অ' বংচিন
অ' দাক দাম ।

অৰ্থাৎ হে ফিথে ফুথে, পি মুক্ৰাং প মুক্ৰাং-পাৰিনজা পীৰিনজা, কিমৰাক, ব'চে ইংতু দেৱতাসকল শুনা সেয়া দৃষ্টিৰ স্থিতিৰ মন্ত্ৰ হাজাৰ বছৰৰ শিলহেন সাঁকোৰ দৰে কঠিন, সোণ হেন সূতাৰ দৰে কটকটীয়া টান হৈ মোৰ জী আৰু জোঁৱাইৰ যেন মুৰৰ বগা চুলিৰ কুঁজা বুঢ়াৰ সমান জীৱন পায় । সতি-সন্ততিৰে আনন্দ-মুখৰ জীৱন যাপন কৰি বগলীহেন চৰাইবোৰৰ চিৰ বসতিৰ ঠাই, এই চিৰ সেউজ বিলৰ দৰে হোৱা হে দেৱতাসকল তোমালোকলৈ প্ৰণাম ।" স্তুতিমন্ত্ৰ অৰ্থাৎ ঈশ্বৰৰ আশীৰ্বাদ বিচৰা কাৰ্য সমাধানৰ পিছত ভোজন আৰম্ভ হয় ।

ভোজনৰ পিছত 'কাপাৰিং' কাৰ্য সমাধান হয়। 'কাপংৰিত' ঘৰৰ কোনো এটা কোঠালিত এখন ঢাবি পাৰি দৰা কইনাক একেলগে বহুৱাই একেটা বাতিত মদ খোৱাৰ নিয়ম আছে। কইনাই সেই সময়ত দৰাক এখন তামোল পাণ আগবঢ়াব লাগে। ইয়াৰ পিছত দৰা কইনাই কাপোৰ সালসলনি কৰি বেলেগে বেলেগে ৰাতিটোৰ কাৰণে বিছনা কৰিব লাগে। এই পূজাক 'হেমফু আবুৰ' বুলি কোৱা হয়। হেমফু দেৱতালৈ এটা ৰঙা কুকুৰা উছৰ্গা কৰা হয়। ঠাইভেদে পঠা ছাগলি উছৰ্গা কৰে। এটা মন কৰিব লগীয়া কথা যে যদি কইনাৰ ঘৰত এটা পঠা ছাগলি উছৰ্গা কৰিব লগা হয়, পূজাৰ পাছত ভোজনৰ কাম শেষ হোৱাৰ লগে লগে কইনাৰ বাপেকে জীয়েকক প্ৰত্যয় নিয়াবলৈ তলত দিয়াৰ দৰে এফাকি গীত জুৰিব লাগে। এই প্ৰথাক "আছ' কাচিনেম" বুলি কোৱা হয়।

……অ ছেৰ লি জাং ছেৰ মে।
নাং হাজাং আতুম কে ॥
বাংল' মাথুম ল'ছে।
নাং হাৰচি কামে ( পেন ) ॥
নাং তকলি কামে।
আন ছাৰ আং হাং ফুহে ॥
বংছুক পাং ফাৰ প্লে।
থিমা ৰিমৰেচে ॥
বই ফাৰান কাৱে।
ৰি ছোল কাৱে ॥
তাং ইংজিন মেমে।
নাং হাজং হুমাম ॥
ল' নাংপ' ছেৰাম ॥……

অৰ্থাৎ "অ' সোণজনী, তোমাৰ 'লকনী'ইঁতে তোমাক নিবলৈ আহিছে, যিহেতু তেখেতসকলৰ এই ভাটি বয়সত পোহপাল দিওঁতা নাই গতিকে সোণজনী যোৱা।" বাপেকৰপৰা অনুমতি পোৱাৰ পিছত কইনায়ো কাপোৰ কানি খুজি লবলৈ গীত গোৱাৰ নিয়ম। কিন্তু কইনাই গীত গাব নোৱাৰাৰ কাৰণে কইনাৰ হৈ দৰাঘৰীয়া কোনো মতামানুহে এই গীত গায়। কইনাৰ ঘৰৰ মতা মানুহেও গাব পাৰে। ইয়াকে "পেছ ৰিছ' কাচেহাং" বোলে।

"অ' বি পেনাৰ তাৰুমে।
নে নাংজাং ছেৰমে ॥



ল' আছাই জকুচে।
ছিল' হুনপ' নে ॥
মাজং আপেমে।
জিপ্ৰু আমেত এ ॥
নাতালন ননতে ॥……"

অৰ্থাৎ হে মা আৰু দেউতা, আপোনালোকৰ বাক্য অনুসৰি যাবলৈ ওলালোঁ। গতিকে মাৰ ডাঙৰ কাপোৰ কানি যদি আছে মোলৈ উলিয়াই দিয়ক।

এইদৰে দৰাৰ বাপেকেও ন-বোৱাৰীক আদৰি নিবলৈ আন এটা গীত গোৱা হয়। ইয়াকে 'মুন চাবনে' বুলি কোৱা হয়।

……জু ৰাছুন ৰি' এ।
জন আৰ্জে লিহকে।
হু হু আছেৰ মে ( তা )
হু মছি চিংবে।
নিৱে ৰাণীকে ॥
ইৰুন ইহমমে
ল' ইক ল' নাংহে……"

অৰ্থাৎ "হে আইজনী, বয়সৰ লগে লগে আন নাৰীবোৰেও তেওঁলোকৰ আপোন ঘৰলৈ যায়। আজি আমিও আমাৰ ঘৰলৈ যাওঁ।" ইয়াৰ পিছত দৰাৰ বাপেকে বিদায় লবৰ সময়ত এটি গীত জুৰিব লাগে। তাৰ পিছত সকলোৱে কইনাৰ সৈতে ঘৰলৈ ( দৰাৰ ঘৰলৈ ) যাত্ৰা কৰে। নকইনাক লৈ যোৱাৰ সময়ৰ কইনাৰ মাক-বাপেক, গাঁওবুঢ়া আদি গাঁওৰ সকলো মানুহ লগত যোৱাৰ নিয়ম। এই নিয়মক 'জেংতই জেংনি' বোলে। আদ বাটত বৈ ৰাইজে "হৰবং আনবৰ কেচ" অৰ্থাৎ সৰু সুৰা ভোজন কাৰ্য পালন কৰি ঈশ্বৰক প্ৰসাদ আগবঢ়োৱাৰ নিয়ম আছে। ইয়াক 'আংদেৱ আথেকাৰ কিতি" বোলা হয়। তাতো আংদেং আথেকাৰ কিতি"ৰ গীত গাব লাগে। সেইদিনা আবেলি কইনাই ঘৰ পাবগৈ লাগে। ঘৰত লগত যোৱা কইনাৰ মাক বাপেকক 'আৰকে'ৰে মাননি আগবঢ়াব লাগে। অঞ্চল ভেদে হৰবংও মাননি দিয়া হয়। এই পূজাতো এফাঁকি গীত গোৱাৰ নিয়ম। খোৱা বোৱাৰ পিছত কইনাঘৰীয়াই দৰা ঘৰৰপৰা ওলাই আহিবৰ সময়ত গানৰ সুৰেৰে জীয়েকক উপদেশ দি অহা হয়। এই কাৰ্যক "আছ আংজিৰ চিপাৰে" বুলি কোৱা হয়।

"অ ছেৰজাং ছেৰমে ।
নাং হাবচি কামে ॥
নাং তকলি কামে ।
আচাৰ নাম কামে ॥
থিবজি না হমে ।
নাং বিন্দি কেমে ॥
ফান্দাৰ পালকৰে ।
ম' চিংক্রেং মুনতালে ॥
নাংৰুন নাং হমে ।
হমৰি ৰা জিনে ॥
জৰ লাং বিৰতিকে ।
হিং আহৰ কেমে ॥
বিদেং নাৱান ৰে ( নন )
ছেৰজাং ছেৰমে ॥......

অৰ্থাৎ, অ সোণজনী তোমাৰ নী লকহেইৰ স্থ-উপদেশত তোমাৰ ঘৰথনত লক্ষ্মীয়ে উপচি পৰক যাতে অহা ফাগুনত তোমাৰ নিজ হাতেৰে বনোৱা হিঙৰ মদ আদি খাবলৈ পুনৰ আহিব পাৰোঁ ।

ইয়াৰ পিছত বিয়াৰ কাম শেষ বুলি ধৰিব পাৰি । নৱদম্পতীয়ে এক বা দুসপ্তাহৰ পিছত শহুৰ-শাহুৱেকৰ ঘৰলৈ যোৱাৰ নিয়ম । লগত 'হৰবং' আৰু 'আৰাক' মাননি হিচাপে নিব লাগে । এই প্ৰথাক "পেছ ৰিছ কাচেথন" বুলি কোৱা হয় । অঞ্চল ভেদে হৰবং নিয়াৰ প্ৰথা নাই ।

কইনা খোজাৰপৰা "পেছ ৰিছ কাচেথন"লৈকে মুঠতে পাঁচটা হৰবং আৰু অতি বেছি ৬২ টা হৰবং ব্যৱহাৰ কৰাৰ নিয়ম কাৰবি সমাজত আছে । আৰাকৰ ধৰা-বন্ধা নিয়ম নাই । শক্তি অনুযায়ী যোগান ধৰা হয় ।

# উৎসৱ

উৎসৱ মানুহৰ কৰ্মময় জীৱনৰ আনন্দ, ৰং-ধেমালি উপভোগ কৰা এটা পৰ্ব । পৃথিৱীৰ ভিন ভিন দেশৰ ভিন ভিন ঠাইৰ ভিন ভিন জাতিৰ উৎসৱৰ বিষয়ে লক্ষ্য কৰিলে দেখা যায় যে উৎসৱ মানুহৰ ধৰ্ম আৰু জীৱিকা নিৰ্বাহৰ কৰ্মৰ লগত ওতঃপ্ৰোতভাৱে জড়িত ।

কাৰবি উৎসৱসমূহো তেওঁলোকৰ ধৰ্মকৰ্ম সামাজিক জীৱনৰ লগত মিল ৰাখি পালন কৰা হয় যদিও বিশেষকৈ কোনো পূজা আদিক ভিত্তি কৰিহে কৰা হয় । স্থান ভেদে কিছু তাৰতম্য দেখিলেও ইয়াক তেওঁলোকে বৰ হেপাহেৰে পালন কৰে । এই কেইটাই তাৰ ভিতৰত প্ৰধান :—

**চমাংকান :**—চমাংকান মৃতকৰ আত্মাৰ সদগতিৰ অৰ্থে পালন কৰা প্ৰেত কৰ্ম বা দহা । ইয়াক এনে সমাৰোহেৰে পালন কৰা হয় যে ইয়ে কাৰবি জাতিৰ এটা প্ৰধান উৎসৱত পৰিণত হ'ল । এওঁলোকে মানুহৰ মৃত্যুৰ পিছত দাহন কৰিয়েই কাৰ্য সমাপন নকৰে, পিছত এই উৎসৱৰদ্বাৰাই মৃতকৰ শান্তি কামনা কৰা হয় । এই উৎসৱৰ মূল বস্তু হ'ল কাঠৰ সোণ খচিত এটা খুটা । ইয়াক গাঁওৰ সোঁমাজতে পোতা হয় । আৰু ইয়াতে লগোৱা থাকে চাৰিটা ঠাল আৰু কাঠেৰে সজোৱা এটি মইনা চৰাই । এই উৎসৱত তেওঁলোকে নানা ৰং-ধেমালি কৰে । আনন্দত ডেকা গাভৰুৰ গা সাতখন আঠখন হয় । এজন ডেকা এজনী গাভৰু, এজন ডেকা এজনীকৈ গাভৰু তেনেধৰণে বহুতো ডেকা-গাভৰুৱে গাত ধৰা ধৰিকৈ এটা ঘূৰণীয়া অৰ্থাৎ এটা বৃত্তাকাৰ ৰেখা আকৃতিৰে শাৰীপাতি সমানে নাচে । বাদ্যবাদকে তেওঁলোকৰ জাতীয় ঢোল, পেপা আদি বস্তুবোৰ সুৰ তাল মিলাই বজায় । কিছুমানে আকৌ তেওঁলোকৰ জাতীয় কৃষ্টিৰ চিন স্বৰূপে কাঠেৰে নিৰ্মিত ঢাল-তৰোৱাল নচুৱাই নাচে । কাৰবি জাতিৰ এই চমাংকান নৃত্য খাচীয়াসকলৰ আলিঙ্গন নৃত্যৰ লগত সামঞ্জস্য থকা দেখা যায় । এনেকৈ এই উৎসৱ একেৰাহে ২।৩ দিন পালন কৰা দেখা যায় । এই উৎসৱ কাৰবি জাতিৰ অতি হেপাহৰ, অতি চেনেহৰ । ইয়াক বাদ দি কাৰবি সমাজ যেন জীয়াই থাকিব নোৱাৰে । বুকুত নাহে বল, মুখত নুফুটে এমোকোৰা হাঁহি ।

**হাচাকেকান :**—এই উৎসৱ ( ? ) পালন কৰা হয় খেতি চপোৱাৰ পিছত এদিন জোনাক নিশা নানা বিধৰ খেতিৰ ফচল দম কৰি এজন বুঢ়া মানুহে মদ খাই লৈ গীত গায় । তাৰ পিছত ডেকা ল'ৰাই হাত চাপৰি মাৰি চাৰিওফালে ঘূৰি ঘূৰি

নাচে। উৎসৱ শেষ হোৱাৰ পিছত ডেকা, বুঢ়া সকলোৱে মদ খায়। এই উৎসৱত অকল মতা মানুহৰ বাহিৰে তিৰোতা বা ছোৱালীক যোগ দিবলৈ দিয়া নহয়।

**চ'জুন** :—চ'জুন কাৰবিসকলৰ অন্যতম উৎসৱ বা পূজা। ইন্দ্ৰ দেৱতাক প্ৰমুখ্য কৰি তেওঁলোকে এই উৎসৱ পালন কৰে। এই উৎসৱত তেওঁলোক সকলোৱে মিলি ডাঙৰ ভোজ খায়। এই ভোজ পৰিচালনা কৰে হাবায়ে। এইটো উৎসৱৰ কোনো এটা নিৰ্দিষ্ট দিন নাই। তেওঁলোকে ইচ্ছা কৰি যি কোনো সময়তে কৰে। দুই তিনি বছৰ অন্তৰে অন্তৰে ইয়াৰ ব্যতিক্ৰম হব পাৰে।

**ৰংকেৰ** :—কাৰবি জাতিৰ বহুতো পূজা আদি কৰা উৎসৱৰ ভিতৰত ৰংকেৰো এটা। ই গাঁওৰ সকলোৱে মিলি কৰা বাধ্যতামূলক গাঁৱলীয়া উৎসৱ। ইয়াক খেতিবাতি কৰা সময়ত বিশেষকৈ জুন মাহত কৰা হয়। এই উৎসৱত এটা ছাগলি বা কুকুৰা বলি দিয়া হয়। ৰংকেৰ উৎসৱত কোনো নাচ গান নহয়। খেতি চপোৱাৰ সময়ত বলি দিয়া নহয়। মাত্ৰ সকলো গাঁওবাসীয়ে ইজনে সিজনক বা ইঘৰে সিঘৰক ধান কটা বা অনাত সহায় কৰে। ধান কাটি অনা হলে তেওঁলোকে একেলগে সিজোৱা মদ আৰু শুকান মাছেৰে ভোজ খায়। শুকান মাছবোৰ বহুদিনৰ আগৰপৰাই এই ভোজৰ কাৰণে গোটাই ৰখা হয়। কোনো জন্তু এই ভোজত বধ কৰা নহয়। তেওঁলোকৰ বিশ্বাস যে এই সময়ত জন্তু বধ কৰিলে ঘৰলৈ অনা ধানবোৰ কম হৈ যায়।

**পেং** :—ই এটা ঘৰুৱা পূজা। তেওঁলোকৰ বিশ্বাস যে এই পেং নামৰ দেৱতাই সকলোবিলাক বেমাৰ আজাৰ মাৰি মৃত্যুৰপৰা ঘৰখনক ৰক্ষা কৰি থাকে। এই দেৱতাজনক তেওঁলোকৰ ইষ্টদেৱতা বুলিব পাৰি। পেঙক বছৰেকত এটা ছাগলি বা কুকুৰ এটা উছৰ্গা কৰা হয়। গম ধান, ধান, চাউলেৰে তৈয়াৰী এলাউ মদ আৰু নকৈ লগা ফল মূল কিছুমান ঘৰৰ বাৰান্দাৰ ওপৰত থই 'পেঙ' দেৱতালৈ উছৰ্গা কৰা হয়।

**কাৰবি ইউথ ফেষ্টিভেল** :—১৯৭৪ চনতে 'কাৰবি ইউথ ফেষ্টিভেল' নামে এটি অনুষ্ঠান গঢ়ি উঠে। ইয়াৰ প্ৰথম অধিবেশন ডিফুতে পতা হয়। ইয়াৰ কাৰ্যকাল এবছৰীয়া, প্ৰতি বছৰে তেওঁলোকে নিৰ্বাচন কৰা ঠাইত এই ফেষ্টিভেল অনুষ্ঠিত হয়। ইয়াক 'ফেষ্টিভেল' হুবুলি 'যুৱক সমাবোহ'হে বুলিব পাৰি। ইয়াৰ উদ্দেশ্য মহান। শিক্ষা, সাহিত্য, খেল-ধেমালি, নাচ-গান আদি নানা ধৰণৰ শিক্ষামূলক প্ৰতিযোগিতাৰে ন-পুৰণি সকলো চামৰ কাৰবি লোকৰ শাৰীৰিক, মানসিক আৰু সম্প্ৰীতি আদিৰ উৎকৰ্ষ সাধন কৰাই এই অনুষ্ঠানৰ মূল উদ্দেশ্য।

# গীত-মাত

কিম্বদন্তিমতে আদিতে কাৰবিসকলৰ মাজত কোনো গীত-মাত নাছিল। ওখ-চাপৰ পাহাৰৰ ওপৰত বসবাস কৰি খলা-বমাৰ মাজেদি বৈ অহা কুলুকুলু সুৰত ক'ৰবাৰ জলপ্ৰপাতত ডেকা-গাভৰুবিলাকে আনন্দ উপভোগ কৰিছিল আৰু কেক'বাঁহে কেক'বাঁহৰ লগত বতাহৰ চেৱে চেৱে খেকেচা-খেকেছি হৈ যি অপ্ৰত্যাশিত শব্দৰ তৰঙ্গ উঠিছিল সেইবোৰ যেন যৌৱন-সম্পনা ডাঙৰ ডাঙৰ কলাফুলযুক্ত আৰু উঠন বুকুৰ পাহাৰীয়া গাভৰুবিলাকে অতৃপ্ত হলেও বতাহৰ লগত হালি জালি বাঁহৰ আগলিৰ লগত নিজৰ যৌৱনৰ ডলাৰ বগৰী যেন মনবিলাকে খাপ খুৱাই তৃপ্তি লাভ কৰিছিল। এনেকৈ হাজাৰ হাজাৰ বছৰ কত কিমান ডেকা-গাভৰুৱে তৃপ্তিৰ মাজেৰে ঢৌৰ লগত উটি বুৰি বাৰীৰ গোলাপ ফুলৰ দৰে, কত কিমান ফুলিলে আৰু মৰহিলে তাৰ কোনো হিচাপ নাই; যদি আদিৰপৰা কলাকৃষ্টি থাকিলহেঁতেন তেতিয়াহলে চামে চামে অতৃপ্তিৰ মাজতে মৰহি যোৱা ডেকা গাভৰুৰ মাজতো কত কিমান লেখিব নোৱাৰা শিল্পী ওলালহেঁতেন তাৰ লেখ জোখ সৰলৈ অপাৰগ হ'লহেঁতেন।

কিন্তু কালৰ গতিত মানুহৰ মাজত অনেক চেষ্টা আৰু আকাঙ্খাৰে অতিবাহিত কৰি অহাৰ পিছত কাৰবি সমাজত গীত মাতৰ উদ্ভৱ হয়। সেই গীত মাত উদ্ভৱ হোৱাৰ সম্পৰ্কে কিম্বদন্তি কোৱা আছে, যি কিম্বদন্তি নেকি গীতৰ আকাৰে মানুহৰ মুখে মুখে বাগৰি আহিছে। গীত মাত উদ্ভৱ হোৱাৰ বিষয়ে ঠাই বিশেষে কিছু তাৰতম্য হব পাৰে কিন্তু আদিতে এক, সেইটো কথা সকলোৱে স্বীকাৰ কৰে। কাৰবি সমাজত গীত মাত কেনেকৈ আহিল তাৰ বৰ্ণনা এনে ধৰণৰ—

…ৰি ৰূ চেথান পালান'।
কাৰবি কাৰে লুনতেম।
ই'ৰু, বাং ছেংজালিলাম'।
''কাৰবি তাংৰেই কাংজিনছ
কাৰবি কাৰে লুনতেম।
ইৰো জুদেত আলাম

নাংতুম পিৰবি লনাংল'
মিৰজেং পিৰবি লাংছেল
কাৰলুং ফংল'চিন লাংদ'
মিৰজেং পাৰজান পা অছ
লংজেং পানাঙ্ক ৰাদ'
নাহাং জিলি আতাৰছ'
থাৰে লাং কিছু ক্লেংছাৰপ'
ৰান লন জিলি আতাৰছ'
জিলিকে চাম ইংথি এংল'
মিৰজেং চংমিমে ৰাদ'
নাহাং চিতম বংমেছ
নাহাং ছেৰ বাস্তা মেছ।……
"নিংৰে লতুন আমেত নাংথান প"
আঙ্কি লতুন আমেত নাংহ"

এই গীতবোৰে আজি কাৰবি সমাজত মুখে মুখে বাগৰি অহা গীত। কিন্তু এই গীতেই সোঁৰৱাই দিয়ে কাৰবি সমাজৰ অতীত কাহিনী আৰু গীত-মাত উৎপত্তি আদিৰ পদক্ষেপ। এই গীতাংশ অসমীয়ালৈ অনুবাদ কৰিলে সুন্দৰ বৰগীতৰ ৰূপ নললেও আংশিকভাৱে হোৱা দেখা যায়।

এহিমতে বোলে কিম্বদন্তি
কয় আৰু সৱে ককা আতি
নাহি বলে কাৰবি কলাকুষ্টি
অনেক গৈয়া দিন, আদি সৃষ্টি
হেন দেখি ৰাংচিনা ককা
চিন্তিত বিমূঢ় হৈয়া হিয়াভৰা
হেন জানি আৰম্ভিলে কলাৰ ৰচনা
অনাদি অনন্তৰে বৈলা গান-বাজনা ॥
ছিংজেং লাংজেং নামে দুই ভাই
দিলে দেৱদূতৰূপে ধৰাত পঠাই
এনেহেন গৈয়া চিংজেং দুই ভাই
গৈয়া ভয়ো ফুল' চিন বাথাই ॥



ছিং জেং গৈয়া শিশুৰূপ ধৰি
লং জেং গৈয়া নাগহেতুন হালি।
এনেহেন মাগিলে কেক ঢাৰি
যিটো লাগে প্ৰায়চিত কৰি।
প্ৰায়চিত পৰে নলৈ আমন
মাগে, ছিংজং লাওপানী বাসন,
মাগে সোণৰ তামোল পাণ পঞ্চম
দিলে সৱে কাকুতিৰে সম্ভ্ৰম ॥
ইতিপূৰ্বে আৰম্ভিলে কুষ্টি কলা
প্ৰদানিলে লংবিকি দুক ককাৰ ৰচনা।"……

এতিয়া দেখা যায় যে এই গীতাংশৰ মাজেদি প্ৰকাশ পাইছে যে কলাকুষ্টি তৃষ্ণাতুৰ কাৰবি সমাজত গীত-মাত ৰচনাৰ আদিতে আছিল ৰাংচিনা। অৱশ্যে কাৰবি লোক নহয়। তেওঁক দেৱবো দেৱতা বুলি বিশ্বাস কৰে। সেই দেৱাদিৱ ৰাংছিনাই কাৰবি অৰ্থাৎ মানুহৰ কলাবিহীন নীৰৱ সমাজখন দেখি অতি দুখ পালে। সেই দেখি নিজান নীৰৱতা দূৰ কৰিবলৈ ৰাংছিনাই গীত-মাত ৰচনা কৰিবলৈ আৰম্ভ কৰে। তেওঁ ৰচনা কৰা গীতসমূহ পৃথিৱীৰ মানুহৰ সমাজত শিকাই বুজাই দিবলৈ বুলি ছিংমিৰজেং আৰু লংমিৰজেং নামৰ দুজন ভাই ককায়েকক ভাৰ দি পৃথিৱীলৈ পঠিয়ালে। ছিংমিৰজেং আৰু লংমিৰজেং পৃথিৱীলৈ অৰ্থাৎ মানুহৰ সমাজলৈ মানুহ ৰূপ লৈ প্ৰথমতে কংলচিন নামৰ গাঁওত এটা বিশেষ সকামত ৰাতি উপস্থিত হয়। সেই গাঁওৰ ডেকা চাওৰ মুৰব্বী লংবিকিদুক, ক্লেংছাৰপক লগ পাই প্ৰথমতে বহিবৰ কাৰণে কেক' বাঁহৰ ঢাৰি বিচাৰিলে। তুলসী পাতৰ পানী আদিৰে চাৰিখন প্ৰায়চিত্ত কৰাৰ পিছত আসন গ্ৰহণ কৰিবলৈ কোৱাত তেতিয়াও গ্ৰহণ কৰা নাই। এনেতে ছিংমিৰজেংএ পাণ পাঁচ খিলা, তামোল পাঁচটা ( তামোল পাণ পঞ্চম ) ধান্তা' আৰু মদপূৰ্ণ তিতালাউৰ ( বং চিন ) এটা মান বিচাৰিলে। সকলো মান আৰু সেৱা জনোৱাৰ পিছত চিংমিৰজেং আৰু লংমিৰজেংএ লংবিকিদুক ৰাংছিনাই ৰচনা কৰা গীত-মাত সকলোবোৰ শিকাই বুজাই থৈ পুনৰ স্বৰ্গলৈ গমন কৰে। সেই ৰাংছিনাই ৰচনা কৰা গীত মাতবোৰ প্ৰথমতে লংবিকিদুকে শিকি লোৱাত কাৰবি সমাজে লংবিকিদুকক গুৰু হিচাপে আৰু ৰাংছিনাক আদি

### কেইজনমান কাৰবি গায়ক গায়িকা

| | |
|---|---|
| শ্ৰীমাণিক তিছ' | শ্ৰীআলিছা হানছে |
| শ্ৰীবিদ্যাছিং ৰংপি | শ্ৰীচন্দ্ৰ বে |
| শ্ৰীচন্দ্ৰকান্ত তেৰাং | শ্ৰীৰবি ছিং তেৰণ |
| শ্ৰীঅৰুণ তেৰণ | শ্ৰীতোষেশ্বৰ তেৰাং |
| শ্ৰীজন তিমুং | শ্ৰীমনছিং তেৰণ |

শ্ৰীমতী কাদম (তেৰাংপী) শইকীয়া
শ্ৰীমতী পথিলা লেকথেপী
শ্ৰীমতী কাদম তেৰাংপী (সৰু)
শ্ৰীমতী হেলেগ হানছেপী
শ্ৰীমতী অমফু তেৰাংপী
শ্ৰীমতী শশীকলা হানছেপী
শ্ৰীমতী জনাছিং তেৰাং
শ্ৰীবাকু ৰংপি
শ্ৰীহাৰবামণ ইংতি কাথাৰ ইত্যাদি।

### কাৰবি ৰেকৰ্ডিং লোকগীত

উদীয়মান কাৰবি লেখক, সাহিত্যিক শ্ৰীছামছিং হাঞ্চেৰ পৰিচালনাত 'ৱ'-মংৰে আছঙ'ৰ সৌজন্যত ১৯৮১ চনৰ ২৯ ডিচেম্বৰত নিম্নলিখিত শিল্পীসকলৰ দ্বাৰা প্ৰথম কাৰবি লোকগীত ৬টা এইচ. এম. ভি. কোম্পানীত ৰেকৰ্ডিং কৰা হয়।

### কণ্ঠদান কৰা শিল্পীসকল

১। কাদম তেৰাংপী শইকীয়া
২। শশীকলা হানছেপী
৩। চন্দ্ৰছিং তেৰণ
৪। বিদ্যাছিং ৰংপি
৫। ধনছিং তেৰণ
৬। ছামছিং হাঞ্চে (পৰিচালক)

ৰেৰ্কডৰ কভাৰ আঁকিছে শ্ৰীবীৰেণ সিংহই, কাৰবি জনজীৱনৰ ওপৰত অংকিত দুখন আটকধুনীয়া ছবিৰে।

এই ৰেৰ্কডৰ কাৰণে আৰ্থিক সাহায্য আগবঢ়াইছে কাৰবি আংলং জিলা

# খেতি-বাতি

এই জিলাৰ বহুতো অধিবাসীয়ে কৃষিৰদ্বাৰা জীৱিকা নিৰ্বাহ কৰে। এওঁলোকৰ কৃষিজাত পণ্যৰ ভিতৰত জুম খেতিয়েই প্ৰধান। এই জুম খেতি কাৰবিসকলৰ কৃষি কাৰ্যৰ এটি উল্লেখযোগ্য নিয়ম। এই জুমখেতি সাধাৰণতে পাহাৰৰ হাবি বন কাটি কৰা হয়। ডেকাবিলাকে নিজৰ নিজৰ বাবে খেতি কৰাৰ উপৰিও প্ৰত্যেক সভ্য বা সভ্যাৰ ঘৰত কিছু পৰিমাণৰ খেতি কৰি দিয়াতো বাধ্যতামূলক আছিল। যিকোনো ঘৰৰ ল'ৰা বা ছোৱালীয়ে আনৰ ঘৰত খেতি কৰি দিয়াৰ আগতে প্ৰথমতে এলাউ মদ লৈ ক্লেংছাৰপক দেখা কৰে। ক্লেংছাৰপই মদ কিয় আনিছে বুলি প্ৰশ্ন কৰে আৰু প্ৰশ্নৰ উত্তৰত তেওঁলোকৰ ঘৰত খেতিবাতি কৰি দিয়াৰ অনুমতি বিচাৰে। ক্লেংছাৰপই অনুমতি দিয়ে আৰু বাকী সকলো মানুহকে খবৰ পঠায়। এলাউ মদ সকলোৱে একেলগ হৈ খায় আৰু মানুহজনক দিন দি পঠায়।

পথাৰলৈ যোৱাৰ সময়ত জিৰছং পৰিপাতিকৈ যায়। দলটোৰ আগত যায় বাৰলন প' বা বাৰলন কেথে। পতাকা লোৱাৰ দৰে ২৩' ৫" দীঘল এমুঠা টাৰ দুই হাতেৰে থিয়কৈ লৈ যায়। বাৰলন প' বা বাৰলন কেথেৰ পিছত চেংবুৰুপ (ঢোল) বজাই দুই ঢুলীয়া যায়। ঢুলীয়াৰ পিছত খেতিৰ সা-সঁজুলি, দা-কোৰ, ইংদেন আদি লৈ চিনহাক কেথে, চিনহাক ছ', মটান আৰ এ, মটান আৰবি থান, আৰ এ আৰু থান আৰবি যাব। মে আপাই লাং আপাই (পানী চুঙা লৈ) আৰফেক প' (ঝাৰু লৈ) হাজাৰ আছ আদিয়ে শাৰী পাতিব। এই শাৰীৰ একেবাৰে শেষত যাব ক্লেংছাৰপ'। ক্লংছাৰপ'ৰ পিছত ছোৱালী-বোৰে সুন্দৰভাৱে শাৰী পাতি যায়। ছোৱালীবোৰৰ শাৰীৰ শেষত যিজনী কামত অতি পাৰ্গত সেইজনী যায়। ফানকুয়ে ঘৰে ঘৰে ভাত আনিবলৈ যায়।

পথাৰলৈ গৈ ফানকুয়ে প্ৰথমে তামোল চালি থাব আৰু আনবিলাককো ভগাই দিব। বাৰলনপ'ই খেতি মাটি টাৰ মাৰি জোখ-মাপ কৰি লয়। প্ৰত্যেই টাৰৰ মূৰত সীমা নিৰ্দ্ধাৰণৰ বাবে এডাল খুতি পুটে। মাটি জোখ মাপ কৰি থকা সময় ছোৱাতে 'মানছু' অৰ্থাৎ পথাৰতে সজা ঘৰ এটাত আটাইবিলাকে ৰং-ধেমালি কৰে আৰু খোৱা খাদ্যবোৰ ঘৰটোৰ ভিতৰত ৰাখে। খেতিৰ বাবে

উপযোগী মাটিখিনি জোখ মাপ হোৱাৰ পিছত ইয়াক আকৌ ইংদেং আলংতুন পুতি সমানে দুভাগ কৰি লয়। প্ৰত্যেক ভাগকে আকৌ ইংদেং পুতি প্ৰত্যেকৰ বাবে সীমা ভগাই লব। সমানে দুভাগ কৰি লোৱা মাটিখিনিৰ দুয়োটা ভাগত দুজন দলপতি থাকে। এজন হ'ল ক্লেংতুন আৰু আনজন হ'ল ক্লেংছাৰপ'। মাটি দৰাৰ সোমোৰা বাটৰ সোঁফালে ক্লেংছাৰপৰ ভাগ আৰু বাওঁফালে ক্লেংতুনৰ ভাগ পায়। মানুহবিলাক দুটা ভাগত বিভক্ত হয়। প্ৰত্যেকৰে নিজৰ নিজৰ ভাগ থাকিব যদিও ক্লেংছাৰপ', ক্লেংতুন, বাৰনলপ', ছদাৰকেথে, ছদাৰছ'—এই পাঁচজনৰ ভাগত হাজাৰচবোৰে অলপ অচৰপ কাম কৰি দিব লাগে। হাজাৰচবোৰে কাম কৰি থকা সময়খিনিত বাকীবোৰৰ কাম তদাৰক কৰে। কাম তদাৰক কৰাৰ পিছত পুনৰ তেওঁলোকৰ নিজৰ নিজৰ কামত লাগে। ক্লেংছাৰপৰ কাম কৰাৰ ইচ্ছা নাথাকিলে বাকীবোৰৰ কামৰ তদাৰক কৰিব পাৰে। আধা কাম সমাপ্ত কৰাৰ পিছত আটাইবিলাকে এটা চিঞৰ মাৰে। ফানকুয়ে সকলোবিলাকক তামোল চালি ভগাই দিয়ে আৰু লাংবংপ'ৱে পানীৰ যোগান ধৰে। পাহাৰত চিঞৰ মাৰিলে আন কোনোবাই শুনিলে প্ৰত্যুত্তৰ স্বৰূপে চিঞৰি পথাৰত থকাৰ সংকেত দিব লাগে। কিন্তু জিৰছঙে কাম কৰি মৰা এই উকিৰ কোনোৱে প্ৰত্যুত্তৰ দিব নোৱাৰে। জিৰচঙৰ চিঞৰৰ প্ৰত্যুত্তৰত আন কোনোবাই চিঞৰিলে অপৰাধ বুলি গণ্য কৰা হয় আৰু তেনেকুৱা কৰা লোকক ধৰি আনি শাস্তি বিহা হয়। ইয়াৰ উপৰি কাম কৰি যাওঁতে কোনোবা ছোৱালীয়ে যদি সীমা পাৰ হৈ গচকি যায় সেইটোও অপৰাধ বুলি গণ্য কৰা হয় আৰু তাৰ বাবে শাস্তি দিয়া হয়। কাম শেষ কৰাৰ আগতে ফানকুয়ে আনি দিয়া ভাত (নিজৰ নিজৰ ঘৰৰপৰা) খাই লয়। লাংবংপই চুঙাৰে পানী কঢ়িয়াই আনি দিয়ে। ভাত পানী খোৱাৰ পিছত পুনৰ প্ৰত্যেকে নিজৰ নিজৰ কামত লাগে। কাম শেষ হোৱাৰ পিছত সকলোৱে মিলি এটা চিঞৰ মাৰে আৰু টেৰাং অভিমুখে ঘূৰে। টেৰাঙলৈ অহাৰ নিয়মেৰে প্ৰত্যেকে শাৰী পাতি ঢোল বজাই বজাই আহে। ক্লেংছাৰপ' আৰু ক্লেংতুন মাটিত খুটা পুতি বাঁহেৰে সজা এবিধ চকীত বহে, কিন্তু বাকীবোৰে তাত বহিব নোৱাৰে। এইবিধ চকীক কাৰবি ভাষাত হংথৰ বুলি কোৱা হয়। দলৰ ফানকুয়ে সকলোকে তামোল চালি ভগাই দিয়ে। তামোল খোৱা পৰ্ব শেষ হোৱাৰ পিছত সকলোৱে নিজৰ নিজৰ ঘৰলৈ যায়। নিজৰ ঘৰত ভাতপানী খোৱাৰ পিছত আকৌ টেৰাঙলৈ আহে; প্ৰত্যেকে নিজৰ নিজৰ ঘৰ আহি পালে নে নাই সেই বিষয়ে 'মটান আৰৱি' আৰু 'আৰ এ' অনুসন্ধান কৰে আৰু যদি



কোনোবাই আহি পোৱাহি নাই তেওঁক আনিবলৈ যাব লাগে। গধূলি শোৱাৰ আগে আগে ক্লেংছাৰপই পিছদিনা কি কি কাম কৰিব লাগিব তাৰ নিৰ্দেশ দিয়ে। জিৰছঙৰ বাহিৰে গাঁওৰ সকলোবিলাক ডেকা আহি চাঙত শোৱে। ৰাতিপুৱা শুই উঠি প্ৰত্যেকে নিজ নিজ কামলৈ বা ঘৰলৈ গুচি যায়।

**ধান চপাই অনা নিয়ম :**—পথাৰৰপৰা কাৰোবাৰ ঘৰলৈ ধান চপাই আনিবলৈ হলে গৃহস্থই গৈ টেৰাঙত খবৰ দিয়ে আৰু লগতে টেৰাঙত ক্লেংছাৰপক এলাউ মদ দিয়ে। মদ দেখা পাই ক্লেংছাৰপই কিহৰ বাবে মদ আনিছে বুলি প্ৰশ্ন কৰিব তেতিয়া মানুহজনে পথাৰত মৰণা মাৰি ধানখিনি আনি দিব লাগে বুলি কয়। মানুহজনক এটা দিন নিৰ্ধাৰিত কৰি দি ক্লেংছাৰপই সকলো মানুহক খবৰ দিয়ে। সেই নিৰ্ধাৰিত দিনৰ দিনাখন ৰাতিপুৱা শুই উঠি ডেকা ল'ৰা-ছোৱালী সকলোবিলাকে সা-সঁজুলি লৈ পথাৰলৈ যায়। পথাৰলৈ গৈ পোৱাৰ পিছত চাৰ্থে ই নতুবা গৃহস্থই মন্ত্ৰ মাতি চৰাই এটা কাটি ধান দমাই থোৱা ঠাইত পূজা দিয়ে। পূজা শেষ হোৱাৰ পিছত মেজিৰপৰা ধানবিলাক কিছুমানে তললৈ নমাই দি থাকিব। প্ৰথমে ক্লেংতুন, কাৰনল প', ছদাৰ কেথে আৰু ছদাৰছ'ই ধানৰ মুঠিবোৰ অলপ অচৰপ কোবাই বাকীবোৰলৈ আগুৱাই দিয়ে। তেওঁলোকে মাৰিবে কোবাই বা ভৰিৰে গচকি মুঠিৰ ধানবোৰ সৰুৱাই দম কৰে। চাৰিওপিনে ডেকা-গাভৰুৱে বেৰি ধৰে আৰু ধান মৰাৰ ছেৱে ছেৱে গীত গায়। কাৰবি ভাষাত এই গীতক "ছকছি ছকপাম আলুন" (গীত) বুলি কোৱা হয়। মৰণা মৰা কাম শেষ হোৱাৰ পিছত খেৰবোৰ আঁতৰ কৰাৰ প্ৰধান দায়িত্ব হ'ল ছ'দাৰছ'ৰ। এই কামত অৱশ্যে আনেও সহায় কৰে। ধানবোৰ গৃহস্থই পথাৰতে সৰু পঁজাঘৰ এটি সাজি ৰাখি দিয়ে। কাম সমাপ্ত হোৱাৰ পিছত সকলোৱে আহি গৃহস্থৰ ঘৰত খোৱা বোৱা কৰি সিদিনাৰ বাবে বিদায় মাগে। পিছদিনা পুৱা ধানবোৰ পথাৰৰপৰা অনা কিবা অসুবিধা হলে দুদিন পিছত আকৌ ধান অনা পৰ্ব হয়।

ধানৰ মৰণা মাৰিবলৈ যেনেদৰে পথাৰলৈ যায় তেনেদৰে ধান আনিবলৈ জিৰছঙৰ ডেকা-গাভৰুৰ দল পথাৰলৈ ওলাই যায়। পথাৰত সিদিনাও চাৰ্থে বা গৃহস্থই চৰাই কাটি পূজা কৰিব। এই পূজাত এলাউ মদ অপৰিহাৰ্য। পূজা শেষ কৰি চাৰ্থে গৃহস্থৰ সৈতে উভতি আহে। ঘৰলৈ উভতি আহোঁতে যদি কোনো জান জুৰি নতুবা দলং আদি পোৱা যায় তাৰ দুই মূৰত মন্ত্ৰ গাই চাৰ্থে ই চৰাই কাটিব। এই চৰাইৰ তেজেৰে দুৱাৰ-গৰীয়াত ফোঁট দিয়াৰ দৰে পাঁচ ঠাইত দিব। সেই তেজৰ ফোঁটৰ ওপৰত আকৌ সৰু সৰু পাখি দুই চাৰিটাকৈ

দি দিয়ে। তাৰ পিছত ঘৰৰ ভিতৰলৈ সোমায়। ঘৰৰ ভিতৰত সোমোৱাৰ লগে লগে এলাউ মদ দি ছাৰ্থেক বা পূজাৰীক সম্মান কৰিব লাগে। তাকে গ্ৰহণ কৰি পূজাৰী ভঁৰালৰ ওচৰলৈ যায়। তাত আকৌ চৰাই এটা কাটে। চৰাই কটাৰ পিছত গৃহস্থই ধানৰ ভঁৰালৰ ভিতৰত সোমায়। তিনিবাৰ ধান খোৱা যেতিয়ালৈকে নহয় তেতিয়ালৈকে তেওঁ ভঁৰালৰ ভিতৰতে থাকে। তিনিবাৰ ধান খোৱাৰ পিছত তেওঁ খোৱা বোৱা কৰে। পূজাৰী ঘৰৰ মজিয়াতে বহি ওচৰৰে কোনো বুঢ়া মানুহৰ লগত সম্মান কৰি দিয়া মদ খায় আৰু সময়ে সময়ে গীত গায়। ঘৰৰ গৃহিণীয়ে এটা পাচি লৈ ধানৰ দমটোৰ ওচৰলৈ গৈ থিয় হয় আৰু ডেকা-গাভৰুবিলাকে শাৰী পাতি তিৰোতা গৰাকীৰ ওচৰলৈ যায়। প্ৰত্যেকৰে চুকমানটুঙত (ধান লোৱা মোনা) ধান ভৰাই দিয়ে আৰু ডেকা-গাভৰুবিলাকে ধানৰ বোজা লৈ শাৰীপাতি ইজনৰ পিছত সিজনকৈ আহে। তেওঁলোকে যেতিয়া আহি ধানৰ ভঁৰালৰ ওচৰ পায় তেতিয়া ধানৰ মোনাবোৰ আন এজনে ভঁৰালৰ ওচৰলৈ তুলি দিয়ে। গৃহস্থই ধানবোৰ ভঁৰালত ঢালি ৰাখি মোনাবোৰ খালী কৰি দিয়ে। প্ৰথম বাৰ ধান আনিয়ে অলপ জিৰণি লয় আৰু আটায়ে গৃহস্থৰ ঘৰত খোৱাবোৱা কৰে। আটায়ে খোৱাবোৱাৰ সময় চোৱাত গৃহস্থ ভঁৰালত আৰু গৃহিনী পথাৰতে থাকে। খোৱাৰ সময়ত 'ছেং বুৰুপকেথে', আৰু 'ছেংবুৰুগহ'ই ঢোল বাদ্য বজাই থাকে। খোৱা বোৱা শেষ হোৱাৰ পিছত পুনৰ আগৰ দৰে গৈ ধান চপাই আনে। ধান অনা শেষ হোৱাৰ পিছত ডেকাবোৰে গধূলি একগোট হৈ গৃহস্থৰ চোতালত বহে। সকলোৰে মিলিজুলি মদ খায় আৰু নাচ গান আদি কৰে। নাচ গান প্ৰায় গোটেই ৰাতিটো চলে। গৃহস্থই গোটেই ৰাতিটো মদ যোগান ধৰি থাকে। ছাৰ্থেক ডাঙৰ বং এটা মান ধৰিব লাগে। ছাৰ্থেক মান কৰি দিয়া বংটো "আৰনামপু" কৰি অৰ্থাৎ ভগৱানৰ নাম কৰি আটায়ে ভগাই খায়। ইয়াৰ পিছত আটায়ে খাই বৈ চাঙলৈ যায়।

| শস্যৰ নাম | ডিফু | হামৰেন | মুঠ |
|---|---|---|---|
| বড়োধান (গ্ৰীষ্মকালৰ শস্য) | ৭৮ হেক্টৰ | ৩৫ হেক্টৰ | ১০৮ হে: |
| শালিধান (শীতকালৰ শস্য) | ৫৮,৭৮০ ,, | ৩০,৮৮৫ ,, | ৮৯,৬৬৫ ,, |
| আহুধান (বসন্তকালৰ শস্য) | ৮৩৭০ ,, | ৬,৬৪৩ ,, | ১৫,০১৩ ,, |

**আঞ্চলিক কৃষি গৱেষণা কেন্দ্ৰ, অসম কৃষি বিশ্ববিদ্যালয়, ডিফু :**

বৰ্তমান ডিফুৰ ডিলাজীত স্থাপিত অসম কৃষি বিশ্ববিদ্যালয়ৰ আঞ্চলিক কৃষি



গৱেষণা কেন্দ্ৰটো ১৯৫৮ চনত স্থাপিত হয়। প্ৰথমতে প্ৰধানকৈ কঁপাহৰ নানা দিশত অনুসন্ধান আৰু গৱেষণা কৰা হৈছিল আৰু অসম কৃষি বিভাগৰদ্বাৰা পৰিচালিত হৈছিল। তাৰ পিছত ১৯৭৪ চনত অসম কৃষি বিশ্ববিদ্যালয়ৰ অন্তৰ্গত হয়। গৱেষণা কেন্দ্ৰটো অসম কৃষি বিশ্ববিদ্যালয়ৰ অন্তৰ্গত হোৱাৰ পিছৰপৰা ইয়াৰ বহুল উন্নতি সাধন কৰিছে। বৰ্তমান গৱেষণাগাৰৰ অধীনত ৮৮ বিঘা মাটি আছে যদিও ভৱিষ্যতে অধিক সম্প্ৰসাৰণ হোৱাৰ সম্ভাৱনা আছে।

গৱেষণা কেন্দ্ৰটো প্ৰধানকৈ পৰ্বতীয়া জিলা দুখনৰ আৱশ্যকীয় কৃষি সম্পৰ্কীয় নানা দিশত গৱেষণা চলোৱা হয়। এই গৱেষণা কেন্দ্ৰৰ লগতে উত্তৰ কাছাৰ জিলাৰ জাতিঙ্গাত (হাফলঙৰ ওচৰত অৱস্থিত) আন এটা গবেষণা কেন্দ্ৰ আছে। তাত প্ৰধানকৈ ফলমূল আদিৰ ওপৰত গৱেষণা কৰা হ'ব। এই কেন্দ্ৰ দুটাৰ প্ৰধান উদ্দেশ্য হ'ল পৰ্বতীয়া জিলা দুখনৰ কৃষি সম্পৰ্কীয় সকলো ধৰণৰ গবেষণা আৰু অনুসন্ধান কৰা।

এই গৱেষণা কেন্দ্ৰটোৱে প্ৰধানকৈ এই অঞ্চলৰ জলবায়ুৰ ওপৰত থাপ খোৱাকৈ ধান, কপাহ, তিল, সৰিয়হ, গোমধান, বন্ধা কবি, ফুলকবি আদিৰ উপযুক্ত জাত নিৰ্বাচন কৰিবলৈ সক্ষম হৈছে। ইয়াৰ বাহিৰেও আন কিছুমান শস্যত সাৰৰ পৰিমাণ আদি নিৰ্ধাৰণ কৰা হৈছে। আনহাতে এই দুখন জিলাৰ মাটিত ফচ্ফেটৰ পৰিমাণ আৰু টেঙা জাতীয় শস্যৰ মাটিৰ গুণগত চাৰিত্ৰিক দিশসমূহ অনুসন্ধান কৰা হয়।

এই কেন্দ্ৰটোত এই অঞ্চলসমূহৰ শস্যত হোৱা নানাবিধ বেমাৰ-আজাৰ, পোক-পৰুৱা নিয়ন্ত্ৰণ আদিকে কৰি নানাধৰণৰ ফলপ্ৰসূ গৱেষণা চলি আছে। এই গৱেষণা কেন্দ্ৰটোত কৃষি শস্যৰ উপৰিও গৰু, ছাগলী, ম'হ, গাহৰি, মুৰ্গী আদিৰ ওপৰত স্থানীয় সমস্যা বিবেচনা কৰি নানা দিশত গৱেষণাৰ কাম আৰম্ভ কৰা হৈছে। ওপৰুক্ত গৱেষণা সাফল্য বিবেচনা কৰি সুদূৰ ভৱিষ্যতে এই গৱেষণা কেন্দ্ৰটোৱে নানা দিশত অধিক সাফল্য লাভ কৰি এই অঞ্চলৰ কৃষি সমাজৰ উন্নতিত অৰিহনা যোগাব বুলি আশা কৰিব পাৰি।

# আহাৰ

সম্ভৱতঃ কাৰবিসকল ভৈয়ামৰ জনজাতিৰ নিচিনা অতীতৰপৰাই ভাত খাই জীৱন ধাৰণ কৰি আহিছে বুলি অনুমান হয়। ভাতৰ লগত বনৰীয়া শাক, আলু, কচু আদিৰে তৈয়াৰী বিভিন্ন আঞ্জা বা পাচলি খায়। আন আন জাতিৰ দৰে ফলমূলো এওঁলোকৰ প্ৰিয় খাদ্য।

মাংসৰ প্ৰচলন এওঁলোকৰ মাজত বেছি বুলিব পাৰি। গাহৰি ( ফাক ), ছাগলি ( বি ), কুকুৰা ( ৱ ), পহুৰ মাংস এওঁলোকৰ প্ৰিয় খাদ্য। তাৰ উপৰি অন্যান্য পশু পখীৰ মাংসও এওঁলোকে ভক্ষণ কৰে। মাছৰ প্ৰচলন আজিকালিহে বেছি হৈছে। গো মাংস খোৱা নিষেধ।

কাৰবিসকলৰ তেলৰ প্ৰচলন অতি কম। খাৰৰ ব্যৱহাৰ বেছি। প্ৰায়বিলাক তৰকাৰী খাৰেৰে তৈয়াৰী। অতীজৰপৰা তেল ( জাংযুং ) ব্যৱহাৰ নাছিল বুলি কিছুমানে কয়। তিল, তিলগুৰিৰে বন্ধা আঞ্জা তেওঁলোকে খাই ভাল পায়। তেলৰ ব্যৱহাৰ কম কাৰণে মচলা দিয়া আঞ্জা বা ভজা বস্তু কম পোৱা যায়। আজিকালি অৱশ্যে ব্যৱহাৰ কৰিব ধৰিছে।

মদ কাৰবি জাতিৰ অপৰিহাৰ্য খাদ্য। কোনো সামাজিক কাৰ্য মদ নহলে হবই নোৱাৰে। আনকি তেওঁলোকৰ কোনো সন্তান জন্ম হলেই কেঁচুৱাটিৰ মুখত মদ দিয়ে। পূজা পাতল, আলহী সৎকাৰ আনকি সম্মানিত ব্যক্তিক সম্মান দেখুৱা কাৰ্যত মদৰ ( হৰ ) প্ৰচলন মন কৰিব লগীয়া। মৃতকক সৎকাৰ কৰাৰ আগতে সামাজিক নিয়ম অনুসাৰে মদেৰে ( চ'তি ) দিয়া হয়। এৰী পলুৰ লেতা কলপাতত বা তেনে কোনো পাতত নিমখ আৰু হালধি দি বান্ধি জুই ছাঙৰ ওপৰত শুকুৱাই থয়। কিছুদিনৰ পিছত শুকালে তাক খাদ্য হিচাপে ব্যৱহাৰ কৰে। ( কিতাপৰ কলেৱৰ বৃদ্ধি পোৱাৰ ভয়ত সকলোবোৰ উল্লেখ কৰা নহ'ল )।

# সাজ-পোছাক

কাৰবি জাতিৰ সাজপাৰ পিন্ধন উৰণ অতি সাধাৰণ হলেও চালে চকুৰোৱা। তেওঁলোকে সচৰাচৰ হাতে বোৱা কাপোৰ ব্যৱহাৰ কৰে। পিন্ধন উৰণৰ ফালৰপৰা ভৈয়ামৰ জনজাতিৰ লগত কাৰবি জাতিৰ মিল নাই। কাৰবি পুৰুষসকলে দুই ভৰিৰ মাজত প্ৰায় ২/১ ফুটমান দীঘল কাপোৰ এখনেৰে লেংটি মাৰে। ইয়াক কাৰবি ভাষাত 'ৰিকং' বোলা হয়। আজিকালি বয়সীয়া মানুহৰ মাজতহে ইয়াৰ প্ৰচলন দেখা যায়। কিন্তু ডেকাসকলৰ মাজত 'ৰিকঙ'ৰ ব্যৱহাৰ দেখা নাযায়। এই 'ৰিকঙ'ত দুয়ো মূৰে ডাঙৰ ডাঙৰ ফুল আৰু মাজ ভাগতো সৰু ডাঙৰ ফুলেৰে ফুলাম কৰি লোৱা হয়। কিছুমান উকা 'ৰিকঙো' ব্যৱহাৰ কৰা দেখা যায়। তেওঁলোকে গাত এবিধ হাত নথকা বগা চোলা ব্যৱহাৰ কৰে। কাৰবি ভাষাত ইয়াক 'চইলক' বোলে। ডেকা বুঢ়া সকলোৱে এই চোলা তেওঁলোকৰ দহা বা চমাংকান উৎসৱত ব্যৱহাৰ কৰে। পুৰুষসকলে মূৰত পাগুৰি পৰিধান কৰে। ইয়াক 'প'হ' বোলে। পাগুৰিৰ সৌন্দৰ্য বৃদ্ধিৰ বাবে তেওঁলোকে চৰাইৰ পাখি গুজি লয়। পাগুৰিৰ ব্যৱহাৰ সকলো সময়তে দেখা নাযায়। আজিকালি এওঁলোকে পাগুৰিৰ 'প'হ' কাপোৰখন গল বন্ধা হিচাপে ব্যৱহাৰ কৰা দেখা যায়।

তিৰোতাবিলাকে আঠুৰ তললৈকে পৰা জোৰা নলগোৱা কলা ৰঙৰ মেখেলা পিন্ধে। ইয়াক কাৰবি ভাষাত 'পিনি' বোলে। ককালত মেখেলাৰ ওপৰত এডাল ফিটা মাৰে। এই ফিটাডাল নানা ৰংবিৰঙৰ সূতাৰে তৈয়াৰ কৰি লয়। ইয়াক তেওঁলোকে "জিছ" বোলে। 'পি-কক' নামে এবিধ কাপোৰ তেওঁলোকে গাত লোৱা চাদৰ হিচাপে ব্যৱহাৰ কৰে। ইয়াক ৰং-বিৰঙৰ সূতাৰে নিজে তৈয়াৰ কৰি লয়। 'খানজাৰি' নামৰ এবিধ ৰঙা আৰু ক'লা সূতাৰে বোৱা গাত লোৱা চাদৰ আৰু 'পিবা' এখন কাপোৰ ধৰ্ম সম্বন্ধীয় চমাংকান উৎসৱত ব্যৱহাৰ কৰে।

বৰ্তমান আধুনিক মহিলাসকলৰ কথা বেলেগ। তেওঁলোকে পৰিধান কৰা সকলো বস্ত্ৰৰ বাহিৰেও অসমীয়া মহিলাৰ দৰে চাদৰ মেখেলা আৰু নানাধৰণৰ সাজ-পোছাক পৰিধান কৰা দেখা যায়।

# অলংকাৰ

কাৰবি তিৰোতাবিলাকৰ নানা ধৰণৰ অলংকাৰৰ প্ৰতি বিশেষ আকৰ্ষণ থকা দেখা যায়। বিয়াৰ আগভাগত নানা ধৰণৰ অলংকাৰ পাতি ব্যৱহাৰ কৰে যদিও বিয়াৰ পিছত প্ৰায়বোৰকে পিন্ধিবলৈ এৰা দেখা যায়। অলংকাৰ পাতি হিচাপে ৰূপৰ অলংকাৰহে বেছি ব্যৱহাৰ কৰে। কিয়নো আগৰদিনত কাৰবি সমাজত কাৰবি তিৰোতাসকলে সোণ ব্যৱহাৰ কৰিব নোৱাৰিছিল। ৰজা আৰু মুখীয়াল লোকসকলেহে সোণ পিন্ধিব পাৰিছিল। ১৯৫০ চনত বহুতো পুৰুষ মহিলাই ইয়াৰ বিপক্ষে আন্দোলন চলায় আৰু আন্দোলনৰ পিছৰপৰা আন আন জাতিৰ তিৰোতাৰ দৰে সোণ ব্যৱহাৰ কৰিব পৰা হ'ল। তেওঁলোকে অৱশ্যে বাঁহ আৰু কাঠেৰে তৈয়াৰী বস্তুও অলঙ্কাৰ হিচাপে ব্যৱহাৰ কৰা দেখা যায়। দেখাত গধুৰ যেন লাগিলেও কাঠেৰে তৈয়াৰী এই অলংকাৰবিলাকৰ ওজন অতি কম। ন' থংপি অ'কৰুণ কাঠৰদ্বাৰা তৈয়াৰী এবিধ কেৰু। বিশেষকৈ দহা বা 'চমাংকান' উৎসৱতহে এইবিধ অলংকাৰ পিন্ধে। হাতত ৰূপৰ গামখাৰু 'ৰই পেংথ্ৰা' পিন্ধে। প্ৰত্যেক গৰাকী মহিলাই হাতৰ ১০টা আঙুলিৰ ভিতৰত বুঢ়া আঙুলি দুটা বাদ দি আটাইকেইটা আঙুলিতে ৰূপৰ আঙঠি ( আৰনাম ) পিন্ধে। সোণ, ৰূপ আৰু মণিৰে তৈয়াৰী 'লেক-পেংথাৰা' এবিধ কণ্ঠহাৰ। 'লেক-ৰাইকম' হৈছে কিছুমান ৰঙা মণি। এই মণিবিলাক সূতাৰে গাঁথি ডিডিত পিন্ধে। 'ৰূপ আৰই' ৰূপেৰে তৈয়াৰী এবিধ ডাঙৰ খাৰু বয়সীয়াল তিৰোতাবিলাকে পিন্ধা দেখা যায়। বৰ্তমান আধুনিক মহিলাসকলে পুৰণি অলংকাৰ বাদ দি অৰ্থাৎ ৰূপৰ খাৰুৰ সলনি হাতঘড়ী, ৰূপৰ কেৰুৰ ঠাইত কাণপাচা, বিং, ফুলি আদি পিন্ধা দেখা যায়। মুঠতে উঠি অহা জীয়ৰী-বোৱাৰীবিলাকক আধুনিক অলংকাৰ-পাতিয়ে বিশেষভাৱে আকৰ্ষণ কৰা দেখা যায়।

কাৰবিসকলৰ আ-অলংকাৰ প্ৰসঙ্গত এটা কথা বিশেষ মন কৰিব লগীয়া। কাৰবি গাভৰুসকলৰ কপালৰপৰা ঠুতৰিলৈকে কাঁইটেৰে খুচি তাৰ ওপৰত 'ছিবু' নামৰ এবিধ গছৰ পাতৰ ৰস ঘঁহি ক'লা কৰি লয়। এই ক'লা ৰেখাতো পবিত্ৰৰ চিন স্বৰূপে ধৰা হয়। পবিত্ৰ চিন বাবে মৃত্যুৰ পাছতো এঙাৰেৰে হলেও এই দাগটো আঁকি দিয়া নিয়ম সমাজত আছে। এনেকুৱা কৰাৰ পাছতহে 'শ'টো' পবিত্ৰ বুলি বিশ্বাস কৰে। ভাৰত স্বাধীন হোৱাৰ কিছুদিনৰ পিছত

# শিল্প কলা

অজন্তা ইলোৰাৰপৰাই ভাৰতবৰ্ষৰ চিত্ৰ, ভাস্কৰ্য আৰু স্থাপত্য কলা উন্নত হৈছে, ই স্বীকাৰ্য। প্ৰাচীন অসমৰ শদিয়াৰ ওচৰৰ ভীষ্মক ৰজা আৰু শোণিতপুৰৰ ( বৰ্তমান তেজপুৰ ) বাণ ৰজাৰ ৰাজধানীৰ ধ্বংসস্তূপৰ ভাস্কৰ্য, স্থাপত্য কলা কিমান উন্নত আছিল তাক সহজে অনুমান কৰিব পাৰি।

এই কাৰবি আংলং জিলাতো চিহ্নিত হৈ আছে সেই ঐতিহাসিক কলাৰ স্মৃতি। সিংহাসন, মহামায়া, দেওপানী, ঝিলানী, ফুলনি, জাম্বাপুৰ, ৰংথাং, চুচেং আদি অঞ্চললৈ আঙুলিয়াব পাৰি। দুৰ্ভাগ্যবশতঃ অসম চৰকাৰ বা জিলা পৰিষদে ইয়াৰ কোনো সুব্যৱস্থা নকৰাৰ কাৰণে ই দিনে দিনে জহি যাব ধৰিছে। ইতিমধ্যে ইয়াৰ বহুতো লোপ পাইছেই।

শিল্পৰ ফাললৈ দৃষ্টিপাত কৰিলে দেখা যায় যে এওঁলোকে কাপোৰ বোৱা, চিলাই কৰা আদি কাম কৰে। কাৰবি তিৰোতাবোৰে মুগা, এৰীৰে ভিন ভিন ধৰণৰ কাপোৰ চালে চকুৰোৱাকৈ বব জানে। এওঁলোকৰ কিছুমান উল্লেখযোগ্য হাতেবোৱা কাপোৰ হ'ল—বিচনাৰ চাদৰ ( পেলু ), মেখেলা ( পিনি ), মেথনি ( জিছ' ), মেখেলা চাদৰ ( পিনি পেকৰা )। পুৰুষৰ কাৰণে হ'ল কামিজ ( চ'ই ), সোণা ( জাৰং ), পিন্ধা গামোচা ( কাম্ছা ), পাগুৰি ( প'হ ) ইত্যাদ।

কাপোৰত ফুলবচা কাৰবিসকলৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য। প্ৰবাদ আছে যে অতীতৰপৰাই স্ত্ৰী আৰু পুৰুষে নানা ৰং-বিৰঙেৰে ফুল বচা কাপোৰ পৰিধান কৰাটো এটা সামাজিক প্ৰথা। ইয়াৰ ভিতৰত গামোচাত তোলা ফুলবোৰ অতি মনোমোহা। তেওঁলোকৰ লিখা পঢ়াতকৈ বোৱা-কটা বিশেষকৈ ফুল বচা কামত পাৰ্গতালি লক্ষ কৰিব লগীয়া। শুনা যায় যে যিজনী গাভৰুৱে ৰং-বিৰঙৰ ফুল বাচিব নাজানে সেইজনী গাভৰু বিয়া দিবলৈ নানা সমস্যাৰ সম্মুখীন হবলগীয়া হয়। সাধাৰণতে তেওঁলোকে তাঁতশাল অতি কম ব্যৱহাৰ কৰে। তাৰ সলনি তেওঁলোকৰ জাতীয় হাতশাল ব্যৱহাৰ কৰে। ইয়াক কাৰবি ভাষাত থৈৰাং বোলে।

কুটীৰ শিল্পৰ দিশৰপৰা কাৰবি সমাজ পাছ পৰা বুলি কব নোৱাৰি। এৰী, মুগা ( ইংকি ), কপাহী সূতা ( যোন আহিন ) আদিৰে কাপোৰ তৈয়াৰ কৰাৰ উপৰিও এওঁলোকে অন্যান্য কিছুমান উল্লেখযোগ্য কাম কৰা দেখা যায়।

উদাহৰণ স্বৰূপে লোৰে তৈয়াৰী অস্ত্ৰ-শস্ত্ৰ, বাঁহ-বেতৰ কাম আদিলৈ আঙুলিয়াব পাৰি। লোৰপৰা তৈয়াৰ কৰা আঙঠি ( আৰনাম ), কাৰবি জাতীয় মালা ( লেক সিকি ), দা ( নে' পাক ), কটাৰী ( টাৰি, নকেক ), কেচি ( নকেৰাংচ ), কোৰ, টুপী, বন্দুক, ধনুকাড় আদি ঘকৰা শিল্প। তাৰ উপৰি ডলা ( বেলেং ), দোন ( হটন ), চালনি ( ইংক্ৰোং ), থাং ( থাংৰাং ), জাপি ( কুছুটা ), চাৰি ( টাৰ ), বাকচ ( বাক ), ফুলবচা বিচনি ( হিজাৰ ) ইত্যাদি ভৈয়ামৰ মানুহৰ নিচিনা নিখুঁটকৈ সাজিব পাৰে। চালে চকুৰোৱাকৈ নিজ হাতে পছুৰ শিঙৰপৰা তৈয়াৰ কৰা বস্তু দেখিলে কাৰবি লোকৰ শিল্প নৈপুণ্যতাৰ পৰিচয় পোৱা যায়।

সঙ্গীত, চিত্ৰ, ভাস্কৰ্য আদি প্ৰতিটো ললিত কলাৰ প্ৰতি কাৰবি সমাজৰ ধাউতি প্ৰবল। তেওঁলোকৰ নাচ-গান আদিৰ এটা স্বকীয়া বৈশিষ্ট্য আছে। নাটক, নৃত্য আদি মঞ্চস্থ কৰা কেইবাটিও দল আছে।

# হাঙ্গমু

"ৰজনাগন্ধা' কথা ছবিৰ উপকাহিনী হিচাপে 'হাঙ্গমু'ৰ কাহিনীটো সংযোগ কৰা হৈছে। 'কাৰবি চিনে ট্ৰাষ্ট'ৰ এয়ে প্ৰথম নিবেদন। হাঙ্গমুত অংশ গ্ৰহণ কৰা শিল্পীসকল হ'ল :

লৰালি কালৰ 'লঙ'ৰ চৰিত্ৰত শ্ৰীহাংমিজি হাঞ্চে আৰু ডেকাকালৰ লঙৰ চৰিত্ৰ ৰূপায়ন কৰিছে শ্ৰীমেনছিং তেৰাঙে। সৰু কালৰ 'হাঙ্গ'ৰ চৰিত্ৰত আছে শ্ৰীমতী কস্তুৰীকা ফুকন। গাভৰুকালৰ 'হাঙ্গমু'ৰ চৰিত্ৰত আছিল শ্ৰীমতী মিথিলা ৰংহাংপী। হাঙ্গৰ বাপেকৰ চৰিত্ৰত শ্ৰীহাৰছিং ইংতি আৰু হাঙ্গৰ মাকৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল শ্ৰীমতী প্ৰতিমা ৰাজকোঁৱৰে। ৰজাৰ মন্ত্ৰী 'ববদিলি'ৰ চৰিত্ৰত শ্ৰীৰংবং বে। লঙৰ মাকৰ চৰিত্ৰ ৰূপায়ন কৰিছিল শ্ৰীমতী কাছাং হানছেপী। থাচৌয়া বেপাৰীৰ চৰিত্ৰত শ্ৰীচন্দ্ৰ বে আৰু গাঁৱলীয়া মুখীয়ালৰ চৰিত্ৰত আছিল শ্ৰীৰূপেন ৰংপি। নাচ-গান কৰা শিল্পীসকল হ'ল :—

| | |
|---|---|
| শ্ৰীজনাছিং তেৰাং | শ্ৰীলক্ষীৰাম ইংতি |
| শ্ৰীনীলাম্বৰ ৰংপি | শ্ৰীদিগেন ৰংপি |
| শ্ৰীমতী মীনা ৰংহাংপী | শ্ৰীপ্ৰহ্লাদ তেৰাং |
| শ্ৰীমতী কাদম তেৰাংপী | শ্ৰীমণিৰাম ৰংপি |
| শ্ৰীলংকি তিমুং | শ্ৰীদিলিৰাম তেৰাং |
| শ্ৰীমতী জোনাকী ৰংপিপী | শ্ৰীমোহন ৰংপি |
| শ্ৰীপ্ৰদেশ দাস | শ্ৰীঅজিত ইংতি |
| শ্ৰীমতী ৰাণী বেপী | শ্ৰীজয়ছিং হাঞ্চে। |

হাঙ্গমুৰ পৰিচালনাত আছিল শ্ৰীছামছিং হাঞ্চে। 'কাৰবি চিনে ট্ৰাষ্ট'ৰ বিষয়ববীয়াসকলৰ ভিতৰত আছে :—

| | |
|---|---|
| শ্ৰীমোহনছিং তেৰণ | ( সভাপতি ) |
| শ্ৰীৰং বং তেৰাং | ( উপ সভাপতি ) |
| শ্ৰীযাদৱ ফুকন | ( সম্পাদক ) |
| শ্ৰীছাৰ এট হাঞ্চে ( সহ সম্পাদক ) | |

# কাৰীকৰি শিল্প

ইয়াত প্ৰচুৰ পৰিমাণে কেঁচাবস্তু উৎপন্ন হলেও যন্ত্ৰ শিল্প বা কাৰীকৰি শিল্পৰ অভাৱৰ হেতু জিলাখন শিল্প বাণিজ্যত পাছ পৰা। যি দুই চাৰিটা আছে সিও উন্নত ধৰণৰ নহয়। গতিকে এনে মূল্যবান সামগ্ৰীবোৰ অন্য ঠাইলৈ যায় আৰু কিয়দাংশ ইয়াতেই জহি পমি নাইকীয়া হয়। উল্লেখ কৰিব লগীয়া যান্ত্ৰিক শিল্পৰ প্ৰতিষ্ঠান কেইটামান তলত দিয়া হ'ল :—

১। বোকাজান বিলাতী মাটিৰ কাৰখানা ( C. C. I )
২। খানচাৰী চেনিকল ২ টা ( মানজা আৰু হাৱাইপুৰ )
৩। মিকিৰ হিলচ্ ছ' আৰু প্লাইউড ফেক্টৰী ( ডিফু )
৪। মিঠা তেলৰ ঘাঁনি ৩টা
৫। কটন মিল ১টা ( Cotton Ginning Mill )
৬। টি গাৰ্ডেন ফেক্টৰী ১০টা
৭। ধান ভঙা কল ২৯টা ( Rice Mill )
৮। বিজুলী চাকিৰ কাৰখানা ১টা ( Power house )
৯। কাঠফলা কল ১২টা ( Saw Mill )
১০। মেকানিকেল ইঞ্জিনীয়াৰিং ডিপাৰ্টমেণ্ট ১টা ( বকলিয়াঘাট )
১১। ইটা ভাতা ২টা
১২। হিলচ্ কংক্ৰিত পাইপ ইণ্ডাষ্ট্ৰিজ ১টা ( ডিফু )
১৩। মিকিৰ হিলচ্ ফৰেষ্ট প্ৰডাক্ট ১টা ( বোকাজান )
১৪। সূতাকটা কল ১টা ( ডিলাজি )
১৫। মমবাতি কাৰখানা ২টা ইত্যাদি

জিলাখনৰ সৰ্বসাধাৰণ মানুহৰ ক্ৰমোন্নতিৰ কাৰণে উদ্যোগ বিভাগেও যথেষ্ট অৰিহনা যোগাই আহিছে। ১৯৮১ চনলৈকে বিভিন্ন ঠাইত এই বিভাগে প্ৰায় ২২৬ টা শিল্প প্ৰতিষ্ঠানলৈ সহায় আগবঢ়াইছে। তাৰ ভিতৰত ৭৭টা বৰ্তমান চলি আছে।



প্ৰাকৃতিক গুণাগুণ, সুবিধা অসুবিধা অনুসৰি এই কেইটা প্ৰতিষ্ঠানক ৬টা ভাগত ভগোৱা হৈছে :—

| | |
|---|---|
| (১) এগ্ৰো বেচ্ড্ | (৪) মিনাৰেল বেচ্ড্ |
| (২) ফৰেষ্ট বেচ্ড্ | (৫) এগ্ৰিকালচাৰিং বেচ্ড্ |
| (৩) কেমিকেল বেচ্ড্ | (৬) সান-মিহলি |

ইয়াৰ উপৰিও বাঁহ-বেত, ধূপ আদি কুটীৰ শিল্পৰো কেইটামান প্ৰতিষ্ঠান আছে।

# মৃতদেহ সৎকাৰ

পৃথিৱীৰ অন্য জাতিৰ দৰে কাৰবি জনজাতিৰ মাজতো মৃতদেহ সৎকাৰ কৰা নিয়ম অতীজৰপৰা চলি আহিছে আৰু বৰ্তমানেও চলি আছে। মৃতদেহ সৎকাৰ কৰোঁতে কিছুমান ধৰাবন্ধা নীতি নিয়ম তেওঁলোকে মানি চলা দেখা যায়।

কোনো এজন মানুহৰ মৃত্যু হলে তেওঁলোকৰ সমাজ ব্যৱস্থা অনুযায়ী প্ৰথমে মৃতদেহটো গছৰ বাকলি এখনৰ ওপৰত শুৱাই থয় আৰু তাৰ পিছত মৃতকৰ গাটো গৰম পানীৰে ধুই দিয়ে। ইয়াৰ পিছত মৃতকক নতুন কাপোৰ পিন্ধাই দিয়ে। নতুন কাপোৰৰ যদ অভাৱ হয় তেতিয়া পুৰণি কাপোৰকে দিয়াৰ নিয়ম আছে। আগৰ দিনত মৃতকৰ মূৰৰ চুলিও খুৰাই দিয়াৰ নিয়ম আছিল কিন্তু আজিকালি সেই প্ৰথাটো দেখা নাযায়। তাৰ পৰিবৰ্তে বাওঁহাতখন মূৰৰ ওপৰেদি কেবাবাৰো অনা নিয়া কৰে।

উক্ত কাৰ্য সম্পন্ন কৰি মৃতদেহটো ভিতৰৰ কোঠা এটালৈ লৈ যায় আৰু এখন চাৰিৰ ওপৰত মুখখন ওপৰলৈ কৰি শুৱাই দিয়ে আৰু পাঁচটা মুদ্ৰা মৃতকক দি দিয়ে। ইপুৰীৰপৰা সিপুৰীলৈ যাবলৈ খৰচৰ বাবে এই মুদ্ৰা দিয়া হয়। ইয়াৰ পিছত মৃতকৰ দেহটো এখন কাপোৰেৰে ঢাকি ৰাখে। মৃত ব্যক্তি যদি মতা মানুহ হয় তেন্তে কোনো এডাল বাঁহ বা কাঠত বগা আৰু ৰঙা সূতা বান্ধি মৃতকৰ মূৰৰ ওপৰত ওলোমাই ৰখা হয় আৰু যদি মাইকী মানুহ হয় কলা আৰু ৰঙা সূতা ব্যৱহাৰ কৰা হয়।

ইয়াৰ পিছত নিয়মনীতি জনাবুজা এগৰাকী বয়সীয়া মাইকী মানুহে মৃতকৰ বাবে ভাত আঞ্জা ৰন্ধা-বঢ়া কৰে। কাৰবি ভাষাত ইয়াক কোৱা হয় 'আঞ্জাম'। এই ৰন্ধা ভাত আঞ্জা ( আঞ্জাম ) মৃতকৰ নামত উছৰ্গা নকৰা পৰ্যন্ত মৃতকৰ ভৰি দুখন সূতা এডালেৰে লগলগাই বান্ধি ৰখাৰ নিয়ম আছে। মৃতকৰ 'আঞ্জাম' উছৰ্গা কৰাৰ আগতে 'আঞ্জাম' প্ৰস্তুত কৰা তিৰোতা গৰাকীয়ে বৰ করুণ আৰু বেদনা নিহিত গীত গায়। কাৰবি ভাষাত এই গীতক 'চাহে' বোলে। মৃতাত্মাই যাতে নিৰ্বিঘ্নে স্বৰ্গ লৈ যাব পাৰে তাৰ বাবেই এই গীতৰ মাধ্যমেৰে মৃতকক দিহা পৰামৰ্শ দিয়া হয় বুলি প্ৰবাদ আছে। 'আঞ্জাম' প্ৰস্তুত কৰা তথা গীত গোৱাৰ বিনিময়ত তিৰোতা এগৰাকীক মৃতকৰ



পৰিয়ালে মানিনি দিয়া নিয়মো প্ৰচলিত থকা দেখা যায়। 'আঞ্জাম' কাৰ্য শেষ হোৱাৰ পিছত মৃতকৰ লগত এখন বিচনী, এবটল মদ আৰু 'মিৰকেত্ৰ' নামৰ সুগন্ধি ফুল কেইথোপামান দিয়া হয়। যদি মৃতক মতা মানুহ হয় তেতিয়া মিৰকেত্ৰ ফুল ছয় থোপা দিয়া হয় আৰু মাইকী মানুহ হলে পাঁচ থোপা হয়।

মৃতদেহ তিনদিনৰ পিছতহে শ্মশানলৈ নি খৰি দিয়া হয়। ঠাইভেদে শ্মশানৰ নাম ভিন ভিন। যেনে—হেমথুৰ লাংন, ৰংছপী আৰু থিৰি। মৃতদেহ য'তে ত'তে দাহন কৰিব নোৱাৰে। টেৰন, ইংহি, ইংতি, টেৰাং, টিমুং আদি ভাগ অনুসাৰে শ্মশানত ঠাই ভাগ ভাগ কৰা থাকে। কাৰবি ভাষাত ইয়াক 'টিপিং' বোলা হয়। টেৰনে ইংহিৰ ভাগত, তেনেদৰে আন এটা কৈদে আন এটা কৈদত বা ভাগত মৃতদেহ সৎকাৰ কৰিব নোৱাৰে।

কোনো এজন ব্যক্তিৰ মৃত্যুৰ পিছতে তেওঁৰ শেষ কৃত্য এই কাৰণেই সম্পন্ন কৰা নহয় যাতে ওচৰচুবুৰীয়া তথা দূৰণিবটীয়া সকলো আত্মীয় কুটুম্বই মৃতকক দৰ্শন কৰিব পাৰে। মৃত্যুৰ দ্বিতীয় দিনাখন শ্মশানলৈ নিয়াৰ বাবে 'চিতা' সজা হয়। কাৰবি ভাষাত ইয়াক 'মেথুৰ'হেম কিম' বোলা হয়। তৃতীয় দিনাখন মৃতদেহটো চাৰিজন মানুহে এখন চাঙীত তুলি শ্মশানলৈ লৈ যায়। দৈনন্দিন জীৱনত ব্যৱহৃত সকলো বস্তু মৃতকৰ লগতে দিয়া হয়। ইপুৰীৰপৰা গৈ সিপুৰীত যাতে মৃতকে কোনো বস্তুৰ অভাৱত নপৰে তাৰ বাবেই জীৱিত কালত ব্যৱহৃত কৰা বস্তুবিলাক মৃত্যুৰ পিছতো মৃতকৰ লগতে দিয়ে। শ্মশানলৈ যাওঁতে বাটত কঢ়িয়াই নিয়া মৃতকৰ চাঙীখনলৈ পানী চটিয়াই যোৱাটো তেওঁলোকৰ প্ৰচলিত নিয়ম।

শ্মশান পোৱাৰ পিছত 'শ'টো চাঙীৰপৰা নমাই চিতাত তোলে। খেৰেৰে সজা দুটা জুমুঠিৰে মৃতদেহটোৰ আগফালে তিনিবাৰ আৰু পিছফালে তিনিবাৰ অগ্নি সংযোগ কৰাৰ দৰে দেখুৱাই আৰু চতুৰ্থবাৰত চিতাত জুই জলোৱা হয়। খেৰৰদ্বাৰা তৈয়াৰী জুমুঠিটোক কাৰবি ভাষাত 'টিহক' বোলে। চিতাৰ ওপৰত এটা মাটিৰ কলহ ওলোতাকৈ ৰাখি থয়। মৃতদেহটো সম্পূৰ্ণৰূপে দাহন কৰাৰ পিছত এডোখৰ হাৰ কাপোৰেৰ বান্ধি তামোল আৰু পাণৰ লগত মাটিৰ তলত পুতি থয়। গাতটোৰ ওপৰত মাটি দিয়াৰ পিছত তাৰ ওপৰত কলপাত পাৰি মৃতকক তৃতীয় দিনাখন আকৌ 'আঞ্জাম' খাবলৈ দিয়া হয়। ইয়াৰ পিছত মৃতদেহ সংকাৰৰ কাৰ্যৱলীৰ অন্ত পৰে।

কাৰবি সমাজত মৃত্যু আকৌ দুবিধ। সু-মৃত্যু আৰু কু-মৃত্যু। বনৰীয়া জন্তুৰদ্বাৰা আক্ৰান্ত হৈ মৃত্যু মুখত পৰা, পানীত পৰি মৰা, গছৰপৰা পৰি মৃত্যু

হোৱা, কুষ্ঠৰোগ আৰু তিৰোতাৰ প্ৰসূতি আদি কিছুমান ৰোগত মৃত্যু হলে কুমৃত্যু বুলি ধৰা হয়। স্বাভাৱিক মৃত্যুই হ'ল সুমৃত্যু। সুমৃত্যু হোৱা লোককহে 'টিপিৎ' থৰি দিয়া হয়। কুমৃত্যু হৈ মৰা লোকক কোনো নৈ, জান, জুৰি আদিৰ পাৰত দাহন কৰা হয়। মৃতকক কাঠ সংস্কাৰ কৰাৰ সময়ত নিজৰ ফৈদৰ বাহিৰে কোনো আত্মীয় কুটুম্ব হলেও থকাটো নিষিদ্ধ। কুমৃত্যু হৈ মৰা লোকৰ চিতাভস্ম আনি আকৌ নিজৰ 'টিপৎ' থৰি দি আত্মাশুদ্ধি কৰা হয়। বাঘৰ হাতত আক্ৰান্ত হৈ মৰাটো কাৰবি সমাজত আটাইতকৈ নীচ কুমৃত্যু বুলি গণ্য কৰা হয়। এনেদৰে মৃত্যু হোৱা লোকৰ চিতাভস্ম আনি 'টিপিৎ'ত পুনৰ কাঠ সংস্কাৰ কৰিব নোৱাৰে। এনেদৰে যথাযথ নিয়ম নীতিৰে মৃতদেহ সৎকাৰ কৰা হয়।

# দ্বিতীয় অধ্যায়

# জিলাৰ উৎপত্তি

পাহাৰ আৰু ভৈয়াম মিলি অসম। মহাবাহু ব্ৰহ্মপুত্ৰৰ দুয়োকূল শস্য শ্যামলা মুনি মনোলোভা প্ৰাকৃতিক সৌন্দৰ্যৰ আকৰ উপত্যকা আৰু পাহাৰীয়া অঞ্চলৰ অপূৰ্ব সমন্বয়। অসমৰ জিলা গঠনৰ সময়ত এই জিলাখন গঠন হোৱা নাছিল। ১৯৫১ চনৰ ১৭ নৱেম্বৰ তাৰিখে ( Assam Regulation X of 1951) ৫,৮৯১.৭ বৰ্গমাইল বা ১৫,২৩৭ বৰ্গকিলোমিটাৰ এলেকাৰে সংযুক্ত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলা গঠন কৰা হয়। প্ৰথমতে এই জিলাখনৰ দুটা মহকুমা আছিল। ভাৰতীয় সংবিধানৰ ৬ষ্ঠ অনুসূচীৰ মতে স্বায়ত্ব শাসিত জিলাৰ মৰ্যাদা দি দুয়োটা মহকুমাতে একোখনকৈ জিলা পৰিষদ গঠন কৰা হয়। প্ৰশাসনৰ সুবিধাৰ্থে দুয়োটা মহকুমা মিলি এখন জিলা হিচাপে আছিল আৰু ডিফু সদৰ হিচাপে লৈ এজন উপায়ুক্তই সাধাৰণ প্ৰশাসন নিয়ন্ত্ৰণ কৰিছিল। পিছত ১৯৭০ চনৰ ২ জানুৱাৰী তাৰিখে উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ নামেৰে দুখন জিলাত বিভক্ত কৰা হয়। 'হাফলং' উত্তৰ কাছাৰ আৰু 'ডিফু' মিকিৰ পাহাৰ জিলাৰ সদৰ ঠাই কৰা হয়। ১৯৭২ চনৰ পহিলা জানুৱাৰীত সমগ্ৰ বৈথালাংছ' আৰক্ষী চকীৰ এলেকাটো লৈ মিকিৰ পাহাৰ জিলাত 'হামৰেণ' মহকুমাটো ঘোষণা কৰা হয়। ১৯৭৬ চনত "মিকিৰ পাহাৰ" জিলাৰ নামটো সলনি কৰি "কাৰবি আংলং" জিলা নামেৰে নামাকৰণ কৰা হয়। বৰ্তমান কাৰবি আংলং জিলাৰ মাটিকালি ১০,৩৩২ বৰ্গকিলোমিটাৰ। ইয়াৰে, ৪,৪২১.১২ বৰ্গ কিঃ মিঃ নগাঁও জিলাৰ দক্ষিণ পূৰ্ব অঞ্চল। ৪,৩৭১.২৩ বৰ্গ কিঃ মিঃ খাচীয়া জয়ন্তীয়া ( মেঘালয় ) পাহাৰৰ 'ভই' অঞ্চল আৰু ১,৫৩৯.৬৫ বঃ কিঃ মিঃ শিৱসাগৰ জিলাৰ গোলাঘাট মহকুমাৰ পৰা লোৱা হৈছে।

ইয়াৰ আগতে ইংৰাজ শাসনৰ সময়ত ১৮৮৪ চনত "আসাম ফ্ৰন্টিয়াৰ ট্ৰেক্ট ৰেগুলেচন" অনুসাৰে তদানিন্তন নগাঁও জিলাৰ মিকিৰ পাহাৰ অঞ্চল (Mikir Hills Tract) গঠন কৰা হৈছিল। ১৮৯৮ চনত ইয়াৰে এটা অংশ শিৱসাগৰ জিলাৰ লগত লগ লগোৱা হয় আৰু নগাপাহাৰৰ এটা অংশ তেতিয়াৰ নগাঁও জিলাৰ ( অৰ্থাৎ মিকিৰ হিলচ্ ট্ৰেক্ট ) লগত সংযুক্ত কৰা হয়। তাৰ পিছত

দুটাৰ সীমা নিৰ্ধাৰণ কৰা হয়। ১৯১৩-১৪ চনত ডিমাপুৰ অঞ্চল পুনৰ নগা পাহাৰৰ অন্তভুৰ্ক্তৰ সময়ত আগৰ নিৰ্ধাৰিত সীমাৰ অলপ সংশোধন কৰা হয়। এই সীমা নিৰ্ধাৰণৰ ফলস্বৰূপে জন্ম হয় মিকিৰ পাহাৰ জিলা পৰিষদ।

## ভৌগোলিক বিৱৰণ

এই জিলাখন পাহাৰ-পৰ্বত, নদী-নলা, জান-জুৰি আদি প্ৰাকৃতিক সম্পদেৰে ভৰপূৰ। গতিকে এই প্ৰাকৃতিক সম্পদবোৰক লৈয়েই সীমা নিৰ্ধাৰণ কৰা হৈছে। পূব সীমাটো ধনশিৰি নদীয়েই নগাৰাজ্য আৰু শিৱসাগৰ জিলাৰপৰা পৃথক কৰিছে।

**চাৰি সীমা ঃ** কাৰবি আংলং জিলাৰ পূবে নগালেণ্ড আৰু শিৱসাগৰ জিলা, পশ্চিমে মেঘালয় আৰু নগাঁও জিলা, উত্তৰে নগাঁও জিলা আৰু শিৱসাগৰ জিলা, দক্ষিণে উত্তৰ কাছাৰ জিলা আৰু মেঘালয়।

পাহাৰ আৰু সমতল ভূমিৰে গঠিত এই জিলাখনক দুটা প্ৰধান প্ৰাকৃতিক ভাগত ভগাব পাৰি—

(১) পাৰ্বত্য অঞ্চল।

(২) উপত্যকা অঞ্চল।

ভৌগোলিক, অৱস্থানৰ ওপৰত ভিত্তি কৰি পাৰ্বত্য অঞ্চলক আকৌ দুটা ভাগত ভগাব পাৰি—

(ক) উত্তৰ পাৰ্বত্য অঞ্চল।

(খ) দক্ষিণ পাৰ্বত্য অঞ্চল।

(ক) **উত্তৰ পাৰ্বত্য অঞ্চল ঃ** দক্ষিণ-পশ্চিম ডবকাৰপৰা উত্তৰ-পূব বোকাখাটলৈকে উত্তৰ পাৰ্বত্য অঞ্চলৰ অন্তৰ্গত। ইয়াৰ সাধাৰণ উচ্চতা ৬০০ মিটাৰ।

(খ) **দক্ষিণ পাৰ্বত্য অঞ্চল ঃ** দক্ষিণ-পশ্চিম বকলিয়াঘাটৰপৰা উত্তৰ-পূব বৰপথাৰলৈ এই অঞ্চলৰ অন্তৰ্গত। ইয়াৰ সাধাৰণ উচ্চতা ৯০০ মিটাৰ।

(২) **উপত্যকা অঞ্চল ঃ** লামডিং, হোজাই আৰু ডিফুৰ সমতল ভূমিক লৈ এই অঞ্চল গঠিত হৈছে। সংযুক্ত যমুনা, কপিলী, ধনশিৰিৰ উপত্যকা অঞ্চল ইয়াৰ অন্তভুৰ্ক্ত। এই অঞ্চলৰ উচ্চতা গড়ে ৭৫—২৫০ মিটাৰ। ডিফুৰ উচ্চতা ১৮৩ মিটাৰ। পাৰ্বত্য আৰু উপত্যকা—এই দুই অঞ্চলক কপিলী নদীয়ে পৃথক কৰিছে। পাৰ্বত্য অঞ্চলৰ আটাইতকৈ ওখ শৃঙ্গ হ'ল সিংহাসন।

## পৰ্বত পাহাৰ

সৰু ডাঙৰ অনেক পাহাৰ পৰ্বতেৰে জিলাখন পৰিপূৰ্ণ। তাৰে কিছুমান তলত উল্লেখ কৰা হ'ল—

(১) কন্দলী
(২) ৰঙামাটি
(৩) মহামায়া
(৪) সিংহাসন
(৫) ছাৰবে আংলং
(৬) জুৰিয়াপি
(৭) বামতি
(৮) লাখো
(৯) পেবহেন
(১০) ৰাইডাং
(১১) চেনিবিন্চন
(১২) বগবিছাং
(১৩) স্বপ্নজং
(১৪) সৰু খনবাসন
(১৫) ডাঙৰ খনবাসন
(১৬) কালাপাহাৰ
(১৭) কয়লা পাহাৰ
(১৮) ইংলংগিৰি
(১৯) মৃদ পাহাৰ
(২০) লক্ষণ পৰ্বত
(২১) তিৰ্কিম্
(২২) লংবে
(২৩) মেৰীন জং
(২৪) টিকা-পাহাৰ
(২৫) গণেশ পাহাৰ
(২৬) বিনহুম
(২৭) মিৰছেছ'
(২৮) বুঢ়াপাহাৰ
(২৯) ফুচিম
(৩০) গৰুকটা
(৩১) কাউৰী পাহাৰ
(৩২) আকাশী গঙ্গা
(৩৩) তাৰা পুং
(৩৪) মুলছি পাহাৰ
(৩৫) ৰেকা পাহাৰ
(৩৬) চেকছ'
(৩৭) ইংলং তেৰাং
(৩৮) আলিংৰাক
(৩৯) ৱাৰেক মুছক
(৪০) তক্ৰং
(৪১) নাৰায়ণ
(৪২) চনাৰেং
(৪৩) জেকাহলো
(৪৪) নিকংৰেত
(৪৫) পুনজা
(৪৬) থংমিলং
(৪৭) হুংহিং
(৪৮) থেপাক
(৪৯) পুত্চাৰি
(৫০) বাদংপাহাৰ
(৫১) নথোলা বা নেলী খোলা
(৫২) ৰংথাং পৰ্বত
(৫৩) লুঠৰি পৰ্বত
(৫৪) খনবাসন পৰ্বত আদি

# নদী আৰু উপনদী

লেখত লব লগীয়া তেনে কোনো ডাঙৰ নদী নাথাকিলেও সৰুসুৰা নদী, জান-জুৰিবোৰৰ প্ৰাধান্যলৈ চাই এই জিলাক নদী মাতৃক জিলা বুলিব পাৰি। ওখ পাহাৰ পৰ্বতৰপৰা হঠাতে নদীবোৰ বৈ অহা কাৰণে ইয়াৰ নদীবোৰ সৰহ ভাগেই খৰস্ৰোতা। কিন্তু ইয়াৰ দীৰ্ঘতা, গভীৰতা কম আৰু ঠেক হোৱাৰ কাৰণে বেহা-বেপাৰৰ অনুপযোগী। বৰ্ষাকালত ধাৰাসাৰ বৰষুণ হলে এই নদীবোৰ ফেনে ফুটুকাৰে বাঢ়ি বানপানীৰ সৃষ্টি কৰে। ফলত ঠায়ে ঠায়ে মানুহৰ ঘৰ-দুৱাৰ, খেতি-বাতি আদি নষ্ট কৰে। অৱশ্যে ভৈয়ামৰ জিলা কেইখনৰ তুলনাত ইয়াৰ ক্ষয় ক্ষতি নাই বুলিব পাৰি। তলত নদী আৰু উপনদীবিলাকৰ নাম উল্লেখ কৰা হ'ল :

| নদীৰ নাম | উপনদীৰ নাম |
|---|---|
| (১) কপিলী : | কলঙ্গা, ডেৰাজুৰি, ডংকাজান, আমৰেং, দিনাৰ, মাইন, টাং, উমখিৰমি, চিকিনাংছ', লাংক্ৰি আদি। |
| (২) আমৰেং : | উম্রি, মাইনৰিয়াং, উমখ্ৰি, উমচাটি আদি। |
| (৩) দয়াং : | ৰৰলাংফেৰ, লুমচিং, দিলাইঠা, আইপুং-দিছা ইত্যাদি। |
| (৪) যমুনা : | বুঢ়ীগঙ্গা, দিথাক, উদুগহা, আকাশীগঙ্গা, হৰিণানদী, হৰগাথি, দীঘলপানী, দিছোবাই, পাত্ৰদিছা, মিয়াদিছা, দিমাছা ডিফু, হাপজান, দিলাই, লাংহিপ ইত্যাদি। |
| (৫) বৰপানী : | উম্চেনাম, উম্লাৰ, উম্মেট, মাইপাঙ্, মাইক্ৰাং, চিনানি, উম্কাইৰো ইত্যাদি। |
| (৬) উমীয়াম : | উম্চুৰাই, উমথালুং, উম্লেট্ আদি। |
| (৭) ডিফলু : | দাধৰা। |
| (৮) বৰ্দাইং : | বাৰক্লাক। |
| (৯) দেওপানী : | কায়পানী। |
| (১০) কলিয়নী : | বৰজান, লংলকুছ', জাংহানাৰা, দেইথৰ, ভাৰাপুং, নগালাংছ', আদি। |



| | |
|---|---|
| (১১) ধনশিৰি : | দৈগ্ৰোং, নামবৰ, দেওপানী, খোৱাল্ৰৈ, কলহজান, বৰজান, লাহৰিজান, দিলাই-জান, বৰনেউৰিয়া, বোকাজান ইত্যাদি। |

# জলবায়ু

অসমৰ আনকেইখন জিলাৰ দৰে কাৰবি আংলং জিলাও মৌচুমী বায়ুৰদ্বাৰা প্ৰভাৱান্বিত। যমুনা উপত্যকাৰ নিম্ন ভাগত আৰু নগাঁও জিলাৰ সমীপস্থ অঞ্চলত বৃষ্টিচ্ছায়া ( Rain Shadow ) অঞ্চলৰ কিছু প্ৰভাৱ আছে।

কাৰবি আংলং জিলা ২৫°৩০′ আৰু ২৬°৪১′ উত্তৰ অক্ষাংশ আৰু ৯২°৮′ আৰু ৯৩°৫১′ পূব দ্ৰাঘিমাংশত অৱস্থিত। ইয়াৰ সূৰ্যৰ ৰশ্মিও কিছু হেলনীয়া। এই জিলাৰ জলবায়ু আৰু দৈনন্দিন বতৰ নিয়ন্ত্ৰণ কৰাত অঞ্চলসমূহৰ উচ্চতাৰ তাৰতম্য আৰু বনাঞ্চলৰ অৱদান যথেষ্ট।

জিলাখনৰ জলবায়ু সেমেকা। জহকালি গুপগুপীয়া গৰম অনুভৱ কৰা যায়। জানুৱাৰী মাহত আটাইতকৈ বেছি শীত পৰে। সিংহাসন পাহাৰ আৰু খনবাসন পাহাৰৰ দৰে উচ্চতাত হিম পৰাও দেখা যায়। সামগ্ৰিকভাৱে আৰ্দ্ৰতা আৰু শীতকালতো সামগ্ৰিক আৰ্দ্ৰতা ৫০% তললৈ খুব কমেইহে নামে। জিলাখনৰ সৰ্বোচ্চ তাপমাত্ৰা গড়ে ২২·২° চেন্টিগ্ৰেটৰপৰা ৩৪·৭° চেন্টিগ্ৰেটলৈ আৰু সৰ্বনিম্ন তাপমাত্ৰা গড়ে ১৬·৫° চেঃ গ্ৰেঃ। অৱশ্যে ১৯৭৬ চনৰ আগষ্ট মাহত সৰ্বোচ্চ তাপমাত্ৰা ৬০° চেঃ গ্ৰেঃ আৰু ১৯৮১ চনৰ জানুৱাৰী মাহত সৰ্বনিম্ন তাপমাত্ৰা ৭·৫° চেঃ গ্ৰেঃ ৰেকৰ্ড কৰা হৈছিল।

১৯৬৮-৭৯ এই বাৰ বছৰৰ গড় বৰষুণৰ পৰিমাণ পোৱা হৈছে ১২৩৭ মিঃ মিঃ। অৱশ্যে সামগ্ৰিক গড় বৰষুণৰ পৰিমাণ ১১৫৫·৬ মিঃ মিঃৰপৰা ১৪২৪ মিঃ মিঃৰ ভিতৰত। জুন, জুলাই আৰু আগষ্ট মাহত বৰষুণৰ পৰিমাণ আটাইতকৈ বেছি। জিলাখনৰ পশ্চিমাঞ্চলতকৈ পূৰ্বাঞ্চলত বৰষুণৰ পৰিমাণ বেছি। ইয়াৰ প্ৰধান কাৰণ হ'ল মেঘালয় বৃষ্টিচ্ছায়া অঞ্চলৰ প্ৰভাৱ।

শীতকালৰ সাধাৰণ বতৰ শুকান। চেপ্তেম্বৰ অক্টোবৰ মাহত বৰষুণৰ পৰিমাণ সাধাৰণতে ৩৫০ মিঃ মিঃতকৈ বেছি নহয়। নৱেম্বৰৰপৰা জানুৱাৰীলৈকে বৰষুণৰ মাহেকীয়া গড় ২৫ মিঃ মিঃলৈ কমে।

## ভূ-তত্ত্ব

কাৰবি আংলং জিলাত আমাৰ এই পৃথিৱীখন সৃষ্টিৰ সময়ৰেপৰা এতিয়ালৈকে বিভিন্ন যুগত সৃষ্টি হোৱা বিভিন্ন শ্ৰেণীৰ শিলা আছে। ভূ-তাত্ত্বিকৰ মতে প্ৰায় ৩০০০ হাজাৰ নিযুত বছৰৰ আগতে গঠিত হোৱা শিলাও ইয়াত আছে।

জিলাখনৰ আটাইতকৈ পুৰণি শিলাসমূহ হ'ল, guessic group আৰু Shillong groupৰ। এই শিলাসমূহে জিলাখনৰ দুই-তৃতীয়াংশ আৱৰি আছে। ভূ-তাত্ত্বিক দিশৰপৰা এই শিলাসমূহ শ্বিলং মালভূমিৰ পুৰণি শিলাসমূহৰ প্ৰসাৰণ। মাথোন কপিলীৰ সমভূমিয়ে এই দুই খণ্ডকে পৃথক কৰিছে। জিলাখনৰ কিছু অঞ্চলত স্তৰীভূত শিলাও পোৱা যায়। কয়লা, চূণ শিল আদি এই স্তৰীভূত শিলা অঞ্চলতেই পোৱা যায়। অন্তৰ্ভেদী আগ্নেয় শিলাও এই জিলাত আছে।

জিলাখনৰ ভূ-তাত্ত্বিক তথ্য এতিয়াও সম্পূৰ্ণৰূপে পোৱা নাই।

## মাটি

প্ৰাক্ কেম্ব্ৰিয়ান যুগৰ ৰূপান্তৰিত শিলেৰে ভৰা অঞ্চলত মাটি সৃষ্টিৰ প্ৰক্ৰিয়া ধীৰ। পাহাৰ অঞ্চলত সাধাৰণতে ৰঙা পলসুৱা ( Red loam ) মাটি দেখা যায়। সমতল ভূমি আৰু নদী উপত্যকাসমূহত কলিয়া পলসুৱা মাটিৰ প্ৰাচুৰ্য অধিক। এই বিধৰ মাটি খেতিৰ বাবে উপযুক্ত।

পাহাৰ অঞ্চলত প্ৰচলিত জুম খেতিয়ে মাটিৰ অনিষ্ট সাধন কৰে। জুম খেতিৰ বাবে মাটি মুকলি কৰা প্ৰক্ৰিয়াই মাটিৰ আৰ্দ্ৰতা ধৰি ৰখাৰ ক্ষমতা কমাই দিয়ে আৰু বাৰিষাৰ প্ৰবল বৰষুণে মাটি খহাই দিয়ে। জনসংখ্যা বঢ়াৰ লগে লগে একেটা এলেকাত ঘনাই জুম খেতিৰ বাবে বাচি লব লগীয়া হোৱাত সমস্যাই গুৰুতৰ ৰূপ ধাৰণ কৰিছে।

## জনসংখ্যা

জিলাখনৰ জনসংখ্যা ১৯৭১ চনৰ লোক পিয়ল মতে ৩,৭৯,৩১০ জন। যদিও তুলনামূলকভাৱে বাসোপযোগী ঠাইৰ স্বল্পতা, যাতায়তৰ অসুবিধা আৰু উদ্যোগ আদিৰ অভাৱৰ বাবে অসমৰ এই দ্বিতীয় বৃহৎ জিলাখনৰ জনসংখ্যা আৰম্ভণিতে কম হৈ আছিল, আগতে উল্লেখ কৰা কাৰণবোৰৰ ক্ৰমাৎ উন্নতিৰ লগে লগে জনসংখ্যাৰ বৃদ্ধিৰ হাৰো বেছি হৈ আহিছে। যোৱা



৬০ বছৰৰ ভিতৰত ( ১৯০১-৬১ ) এই জিলাৰ জনসংখ্যা এক উল্লেখযোগ্য হাৰত বৃদ্ধি পাইছে। এই ৬০ বছৰত জনসংখ্যা বৃদ্ধিৰ হাৰ হ'ল ৫৮৫·৪০%। ১৯৬১-৭১ চনৰ ভিতৰত জনসংখ্যা বৃদ্ধিৰ হাৰ ৬২·৮%।

জিলাখন গঠন হোৱাৰ সময়ত অৰ্থাৎ ১৯৫১ চনৰ লোক গণনা মতে জনসংখ্যা আছিল ১,২৫,৭৯৭ জন। ১৯৬১ চনৰ লোক গণনা মতে এই জনসংখ্যা ২·২৫% জনলৈ বৃদ্ধি হয়। আনুমানিক হিচাপ মতে ( Projected ) ১৯৮১ চনত জিলাখনৰ জনসংখ্যা বৃদ্ধিৰ হাৰ হব ৫·২৫% জন। ১৯৭১ চনৰ লোক গণনা মতে জিলাখনৰ ১০,২০০ জন গাঁও অঞ্চলত বাস কৰে। সেই লোক গণনাৰ সময়ত অকল ডিফু অঞ্চলকেই চহৰ বুলি গণ্য কৰা হৈছিল। জিলাখনত জনসংখ্যা বৃদ্ধিৰ কাৰণ মূলতঃ বাহিৰৰপৰা অহা জনসংখ্যাৰ সোঁত।

জিলাখনৰ প্ৰতি বৰ্গ কিলোমিটাৰত ৩৭ জন লোক বাস কৰে। প্ৰতি হাজাৰ মুনিহৰ বিপৰীতে তিৰোতাৰ সংখ্যা ৮৭৫ জনী ( ১৯৭১ৰ লোক গণনা মতে )। ১৯৭১ চনৰ লোক গণনা মতে কাৰবি আংলং জিলাত অনুসূচীত জনজাতিৰ সংখ্যা মুঠ জনসংখ্যাৰ ৫৫·৩৭ শতাংশ আৰু অনুসূচীত জাতিৰ সংখ্যা ২·৫৯ শতাংশ। জিলাখনৰ সদৰ ডিফু চহৰত মুঠ সংখ্যা হ'ল ১০,২০০ জন। ১৯৮১ চনত আনুমানিক হিচাপ মতে জনসংখ্যা হবগৈ ৫,২৫,৩০০ জন।

**তলত কাৰবি আংলং জিলাৰ বিভিন্ন জনগোষ্ঠীৰ জনসংখ্যা দিয়া হ'ল :**

( ১৯৫১ চনৰ লোক গণনামতে )।

মুঠ জনসংখ্যা—১,২৫,৭৯৭ জন।

১৯৬১ চনৰ লোকপিয়লৰ মতে কাৰবি আংলঙত মুঠ জনসংখ্যা হ'ল—২,২৫,৪০৭ জন।

| | | |
|---|---|---|
| (১) | কাৰবি— | ১,৩০,২৪৩ জন। |
| (২) | ডিমাছা— | ১৩,৭২৫ জন। |
| (৩) | লালুং— | ৪,৯১৬ জন। |
| (৪) | বড়ো— | ৪,৩৩৩ জন। |
| (৫) | টাই আইটুনীয়া— | — । |
| (৬) | নগা, কুকি— | ১,৫১১ জন। |
| (৭) | অন্য জনজাতি … | — । |
| (৮) | অ-জনজাতি | …৫৭,২৭৮ জন। |

১৯৭১ চনৰ লোক গণনামতে অসমৰ লোকসংখ্যা হ'ল—১,৪৬,১৫,১৫২ জন। কাৰবি আংলঙত মুঠ জনসংখ্যা হ'ল— ৩,৭৯,৩১০ জন।

| | | |
|---|---|---|
| ১। কাৰবি | — | ১,৭২,৮৪৫ জন। |
| ২। ডিমাছা | — | ১৪,৭৯৭ জন। |
| ৩। লালুং | — | ৬,৬৩৬ জন। |
| ৪। বড়ো | — | ৫,৮৪৯ জন। |
| ৫। টাই আইটুনীয়া— | | ৫,৮৪৯ জন। |
| ৬। নগা, কুকি | — | ৬,৩৩০জন। |
| ৭। আন জনজাতি — | | ২,৬১৮ জন। |
| ৮। অ-জনজাতি — | | ১,৬৯,২৭১ জন। |

**শিক্ষিতৰ হাৰ :** ১৯৬১ চনত জিলাখনৰ শিক্ষিতৰ হাৰ গড়ে আছিল ১৭.৫%। ১৯৭১ চনত এই হাৰ ১৯.২ শতাংশলৈ বাঢ়ে। এই কালছোৱাত সমগ্ৰ অসমৰ শিক্ষিতৰ গড় হাৰ ২৮.১৪ শতাংশ। কাৰবি আংলং জিলাৰ শিক্ষিতৰ হাৰৰ সবিশেষ তলত দিয়া হ'ল—

মুঠ শিক্ষিতৰ হাৰ—১৯.২%

মুনিহ—২৬.৯%

তিৰোতা—১০.৩%

চহৰ অঞ্চলত—৬২.২%

গাওঁ অঞ্চলত—১৮.০%

# প্ৰাকৃতিক সম্পদ

**কৃষিজাত :** কাৰবি আংলং জিলাৰ অৰ্থনীতি কৃষি ভিত্তিক। বিভিন্ন ক্ষেত্ৰত নিয়োজিত মুঠ কৰ্মীৰ (workers) প্ৰায় ৮৪% ভাগ কৃষি কৰ্মৰ লগত জড়িত। মৌচুমীবদ্বাৰা প্ৰভাৱান্বিত এই জিলাৰ উপত্যকা, পাহাৰৰ নামনি অঞ্চল অরু মালভূমি অঞ্চলত যথেষ্ট পৰিমাণৰ ধান, মৰাপাট, মাকৈ আদিৰ খেতি হয়। ইয়াৰ উপৰিও কুঁহিয়াৰ, সৰিয়হ, কফি, কাজুবাদাম, জা', ৰবৰ, জালুক, সুমথিৰা, কঁপাহ, আলু, চাহপাত আদি এই জিলাৰ উল্লেখযোগ্য উৎপন্ন বস্তু।

সমতল ভূমিৰ বাহিৰে পাহাৰ অঞ্চলত প্ৰধানতঃ জুম প্ৰথাৰে খেতি কৰা হয়। এই প্ৰথাৰে কৰা খেতিৰপৰা উৎপন্নৰ হাৰ কম আৰু এই প্ৰথা মাটিৰ বাবে অতি ক্ষতিকাৰক। সেয়েহে এই প্ৰথা আঁতৰাবলৈ প্ৰচেষ্টা চলোৱা হৈছে। জুম প্ৰথাৰে খেতি কৰা লোকসকলক 'জুমিয়া' বোলা হয়।

কৃষিৰ উন্নতিৰ বাবে জিলাখনত কেবাটাও প্ৰচেষ্টা হাতত লোৱা হৈছে। খেৰনিত দেশৰ ভিতৰত অন্যতম বৃহৎ কৃষিপাম এখন খোলা হৈছে। বীজ উৎপন্ন কৰা পাম, মৰাপাট, কুঁহিয়াৰ আদিৰ উন্নত খেতিৰ বাবে বিভিন্ন ব্যৱস্থা, উন্নত সাৰ বিতৰণ আৰু জলসিঞ্চনৰ ব্যৱস্থা আদি হাতত লোৱা হৈছে। ইয়াৰ উপৰিও স্থানীয় খেতিয়কসকলক উন্নত প্ৰণালীৰে খেতি কৰাৰ শিক্ষাদানৰ ব্যৱস্থা কৰা হৈছে। জিলাখনৰ বীজ উৎপন্ন কৰা পাম কেইখন হ'ল :

(১) ডিফু।
(২) বোকাজান।
(৩) তাৰাবাচা।
(৪) ভুম্‌প্ৰেং ( হামৰেণ )।

**উন্নয়নমুখী বাগিচা ( Farm ) :**

(১) দেওথৰ।
(২) লক্ষীজান।
(৩) মুথাদেই ( হামৰেণ )।
(৪) ডিফু।
(৫) মেৰাভেটি।
(৬) খেৰনি।

**জুমখেতি কৰা লোকৰ সংস্থান কৰা বাগিচা ঃ**

(১) পাভমাৰি।

(২) হেদিন তেৰণ।

**প্ৰদৰ্শনী মূলক বাগিচা ঃ**

(১) পাৰকুপ পাহাৰ।

কাৰবি আংলং জিলাত উৎপাদিত প্ৰধান শস্যসমূহ ( ১৯৮০-৮১ ) :

| শস্যৰ নাম | ডিফু সংমণ্ডল | হামৰেণ সংমণ্ডল | মুঠ | গড় |
|---|---|---|---|---|
| বড়ো ধান ( গ্ৰীষ্মকালৰ শস্য ) | ৭৩ হেক্টৰ | ৩৫ হেক্টৰ | ১০০ হেঃ | উচ্চ উৎপাদন ক্ষম (H. Y. V.) |
| শালি ধান ( শীতকালীন শস্য ) | ৫৮,৭৮০ ,, | ৩০,৮৮৫ ,, | ৮৯,৬৬৫ , | ২.৮ টন |
| আহু ধান ( বসন্তকালীন শস্য ) | ৮৩৫০ ,, | ৬৬৬৩ ,, | ১৫,০১৩ ,, | ১.৪ টন স্থানীয় |

মুঠ উৎপাদিত শস্য ৬৭২২৩ ৩৭৫৬৩ ১০৪৭৮৬ হেক্টৰ।

উচ্চ উৎপাদনক্ষম ২৬২৮৯ ,,

( H. Y. V. )

স্থানীয় ৮০,৪৯৭ ,,

| শস্যৰ নাম | ডিফু সংমণ্ডল | হামৰেণ সংমণ্ডল | মুঠ | গড় |
|---|---|---|---|---|
| কুঁহিয়াৰ | ৪,২৩০ হেক্টৰ | ৭০০ হেক্টৰ | ৪,৯৩০ | ৩৮ টন |
| মৰাপাট | ২,০০০ ,, | ১,০৩৫ ,, | ৩,০৩৫ | ১৫ কুইঃ |
| গোমধান | ১০,৩০২ ,, | ১,৩৯০ ,, | ১১,৬৯২ | ৬.৫ ,, |
| ঘেহু | ১০,০২৬ ,, | ৬০০ ,, | ১,৬২৬ | ১১ ,, |
| সৰিয়হ | ৮,০৫০ ,, | ৩,৩৯৯ ,, | ১১,৪৪৯ | ৪.৫ ,, |
| অন্যান্য দালি | ৫৭৭ ,, | ৩৩১ ,, | ১,১০৩ | ৩.৮ ,, |
| আলু | ৪০৫ ,, | ৭৫ ,, | ৪৮০ | ৪.৫ ,, |
| তিল | ১,৩২৫ ,, | ৩৯০ ,, | ১,৭১৫ | ৪.৮ ,, |
| কপাহ | ১,৫৯০ ,, | ১৩৪ ,, | ১,৭২৪ | ৭ ,, |
| ধুনা | ৬৩৮ ,, | ৩৫৫ ,, | ৯৯৩ | ৭ ,, |



**উদ্যান শস্য ( Horticultural crops ( District ) ঃ**

| শস্যৰ নাম | হেক্টৰ | গড় |
|---|---|---|
| (১) মাটি কঠাল | ১০২০ | ৪০.৫০ টন। |
| (২) সুমথিৰা টেঙা | ২২২ | ৪০০ পুলি (Plant) |
| (৩) কল | ১৫৫৭ | ১৩০ কুইন্টল/হেঃ। |
| (৪) নেমুজাতীয় | ২০০ | ২.২ ,, /হেঃ। |

( কাৰবি আংলং জিলাৰ কৃষি বিষয়াৰ সৌজন্যত )

**কাৰবি আংলং জলসিঞ্চন বিভাগ, ডিফু ঃ**

(ক) মধ্য জলসিঞ্চন প্ৰকল্প :—৩টা—(১) দিথাৰী।

(২) কলঙা।

(৩) হাৰাইপুৰ।

(খ) ক্ষুদ্ৰ জলসিঞ্চন প্ৰকল্প ১৭টা :

(১) পাত্ৰদিচা, (২) হৰিণা, (৩) কনজুক পথাৰ, (৪) বৰজান, (৫) বৰজান বিদ্যুৎ চালিত, (৬) লাংপাৰপান, (৭) ডংকা, (৮) হংক্ৰম, (৯) টুমপ্ৰেংঘাট, (১০) মুগাচাং বিথুং, (১১) হৰগুটি, (১২) চামেলাংচো, (১৩) বৰপানী, (১৪) দীঘলপানী, (১৫) চুটিয়ানলা, (১৬) টুমপ্ৰেংঘাট ( সম্প্ৰসাৰিত ) আৰু (১৭) হৰিণা (সম্প্ৰসাৰিত )।

এই সংমণ্ডলৰদ্বাৰা ৪১৭৪৯ বিঘা মাটিত পানী যোগান ধৰা হৈছে।

উক্ত প্ৰকল্পসমূহত ( ক্ষুদ্ৰ আৰু মজলীয়া ) আনুমানিক ব্যয়ৰ পৰিমাণ হব ৪৫৬ লাখ টকা।

এই প্ৰকল্পসমূহ সম্পূৰ্ণৰূপে ৰূপায়িত হলে আনুমানিক ১২,৬০০ একৰ মাটি জলসিঞ্চনৰদ্বাৰা উপকৃত হব।

**কাৰবি আংলং অনুসন্ধান জলসিঞ্চন বিভাগ, বকুলীয়া ঃ**

বকুলীয়া জলসিঞ্চনৰ অধীনত মুঠ ৫টা জলসিঞ্চন প্ৰকল্প আছে—

(ন) সৰিয়হজান।

(২) দেওহৰি।

(৩) বোকাজান।

(৪) দেওপানী।

(৫) বৰপথাৰ।

# বনজাত সম্পদ

বন সম্পদত জিলাখন বিশেষভাৱে চহকী। কাৰবি আংলং জিলাৰ ৰাজহৰ এক বুজন অংশ আহে এই বনসম্পদৰপৰা। বহুতো মূল্যবান গছ ইয়াৰ অৰণ্যসমূহত প্ৰচুৰ পৰিমাণে পোৱা যায়। ইয়াৰ ভিতৰত উল্লেখযোগ্য হ'ল —চেগুণ, তিতাচঁপা, গমাৰী, বনচোম, লালী, নাহৰ, অগৰু, কৰৈ, ভোলা, সোণাৰু আদি উল্লেখযোগ্য। তাৰ উপৰি বেত, বাঁহ, ধূনা আদি উৎপন্ন হয়।

জিলাখনৰ বনাঞ্চলক দুটা খণ্ডত (division) ভগোৱা হৈছে—পূবখণ্ড আৰু পশ্চিমখণ্ড। দুয়োটা খণ্ডৰে মুখ্য কাৰ্যালয় ডিফুত অৱস্থিত। প্ৰতিটোকে কেবাটাকৈ ৰেঞ্জ বা ভাগত ভগোৱা হৈছে। ইয়াৰ উপৰি এফৰেষ্টচন ডিভিজন (Afforestation Division) আৰু ৱৰ্কিং প্লেন ডিভিজন (Working-Plan Division) নামৰ দুটা বিভাগ আছে আৰু দুয়োটাৰেই মুখ্য কাৰ্যালয় ডিফুত।

বিভিন্ন আঁচনিৰ ৰূপায়নৰ সুবিধাৰ বাবে সমগ্ৰ অঞ্চলক আকৌ ৰাজ্যিক আৰু জিলা পৰিষদৰ বাবে দুটা সুকীয়া খণ্ডত ভাগ কৰা হৈছে। মুঠ বনাঞ্চলৰ আয়তন তলত দিয়াৰ দৰে—

(১) ৰাজ্যিক সংৰক্ষিত বনাঞ্চল ( ১৪খন )—১,১৫১'৪৫২ বৰ্গ কিঃ মিঃ।

(২) জিলা-পৰিষদৰ সংৰক্ষিত বনাঞ্চল (১৩খন)—৮১১'৯০৫ বৰ্গ কিঃ মিঃ।

(৩) শ্ৰেণীবিহীন ৰাজ্যিক বনাঞ্চল— ৫,৬৪৮'২৩ বৰ্গ কিঃ মিঃ।

জিলাখনৰ এই বনাঞ্চলসমূহ ৰক্ষণাবেক্ষণৰ ভাৰ পূব আৰু পশ্চিম দুটা বন সংমণ্ডলৰ অধীনত ৰখা হৈছে আৰু উক্ত দুটা সংমণ্ডলৰদ্বাৰাই ৰাজহ সংগ্ৰহো কৰা হয়। ইয়াৰ হাবিত ঔষধ প্ৰস্তুত কৰিব পৰা গছ-গছনিও প্ৰচুৰ পৰিমাণে পোৱা যায় আৰু এই গছ ৰোপণৰ অৰ্থে পৰীক্ষামূলকভাৱে আঁচনি এখনো প্ৰস্তুত কৰা হৈছে। উৎপন্ন বস্তুবিলাকৰ তলত এখন তালিকা দিয়া হ'ল—

(ক) কফি :

| | | |
|---|---|---|
| (১) | চুটিয়ানলা ( ডিফু ) | ১৩০'০০ হেক্টৰ। |
| (২) | উপৰ দেওপানী | ১০৩'৫০ „ |
| (৩) | হৰকুটি | ১২০'৬০ „ |
| (৪) | বৰগাঁও | ৮৬'৫০ „ |



মুঠ ৬১১'৪০ হেক্টৰত কফিখেতি কৰা হৈছে।

(খ) ৰবৰ :

| | | |
|---|---|---|
| (১) | বুঢ়াপাহাৰ | ১৯২'৪১ হেক্টৰ। |
| (২) | ডলামৰা | ১৩৩'১৯ „ |
| (৩) | ৰঙাগড়া | ৯৬'৯৭ „ |
| (৪) | বৈথালাংছ' | ১৫৪'০০ „ |
| (৫) | লেঙেৰি | ১০৩'৮০ „ |
| (৬) | বৰগাঁও | ৭৪'১০ „ |
| (৭) | ঔগুৰি | ৭৩'০০ „ |

মুঠতে ৮২৭'৪৭ হেক্টৰত ৰবৰৰ খেতি কৰা হৈছে।

(গ) কাজুবাদাম ( ১৯৫৫-৬৮ ) :

এই খেতি মুঠতে ২০০'৫৩ হেক্টৰ মাটিত কৰা হয়। তলত দিয়া অঞ্চল সমূহেই প্ৰধান—

(১) ঔগুৰি, (২) দেইথৰ, (৩) কঁহৰা, (৪) লংনিত (৫) দিলাই, (৬) বৈথালাংছ' আৰু (৭) ডিফু।

(ঘ) জালুক ( ১৯৫৬-৭৬ ) :

সৰ্বমুঠ ১৪ হেক্টৰত এই খেতি কৰা হয়। অঞ্চলসমূহ হ'ল—

(১) ডিফু, (২) ডিলাই, (৩) দেইথৰ, (৪) কঁহৰা, (৫) ঔগুৰি, আৰু (৬) পাৰকক পাহাৰ।

(ঙ) চাহখেতি ( ১৯৭৯ ) :

কাৰবি আংলঙত মুঠ চাহবাগিচা হ'ল ১৪ খন আৰু ইয়াৰ মাটিকালি ৪০৩৪'.৪ হেক্টৰ। বাৰ্ষিক চাহপাত উৎপন্ন হয় ৮৬৮৫৭১ কিঃগ্ৰাম।

(চ) বননিকৰণ :

১৯৮০ চনৰ ফেব্ৰুৱাৰী মাহত পৰিচালনাৰ সুবিধাৰ্থে ৩টা সংমণ্ডলত বিভক্ত কৰি প্ৰতিটোতে ৪ টাকৈ উপসংমণ্ডলত ভাগ কৰা হৈছে। ইয়াৰ মুখ্য কাৰ্যালয়

১। ডিফু— (ক) হাতীখালি—১৬০ হেক্টৰ।
(খ) বৰলাংফেৰ—১০০ „
(গ) মায়ংডিছা— ৯০ „
(ঘ) মাটিপুং— ৯০ „

২। মান্‌জা— (ক) বোকাজান
(খ) কৰ্মীগাঁও ( কুলিগাঁও )
(গ) মহেনদিজুৱা—
(ঘ) চিলনী

এই চাৰিটা বিটত মুঠতে ৩৬০ হেক্টৰত পুলি ৰোপণ কৰা হৈছে।

৩। বৈথালাংছ'— (ক) বোকাজান
(খ) চেক্‌ছো পাহাৰ
(গ) আমতেৰেং
(ঘ) পুঞ্জা পাহাৰ

এই চাৰিটাত ৩৬০ হেক্টৰত পুলি ৰোপণ কৰা হৈছে।

এই সংমণ্ডলসমূহত সাধাৰণতে গমাৰি, কবৈ, বগীপমা, খকন, নাহৰ, ইউকেলিপটাচ, ভেলো, নীম, ওডাল, চেগুণ, শাল ইত্যাদি গছ ৰোপণ কৰা হয়। ইয়াৰ উপৰিও কাৰবি আংলঙত ৭৫ হেক্টৰ মাটিত বাঁহ গছ ৰোৱা হৈছে।

# খনিজাত সম্পদ

জিওলজিকেল চাৰ্ভে অব ইণ্ডিয়া (Geological Survey of India) আৰু আৰু অসম চৰকাৰৰ ভূতত্ত্ব আৰু খনি বিভাগে চলোৱা অনুসন্ধানৰ মতে কাৰবি আংলং জিলাত কপাৰ, চালফাইদ, চিলিমেনাইট, কয়লা আৰু চুণশিলৰ অৱস্থিতি নিৰ্ণয় কৰা হৈছে। লোৰ আঁকৰ থকাৰ সন্ধানো পোৱা গৈছে আৰু কিছুমান খনিজাত দ্ৰব্য থকাৰো প্ৰমাণ পোৱা গৈছে। সেইবোৰ ব্যৱসায়িক ভিত্তিতহে কামত লগাব পৰা হোৱা নাই।

চুণশিল জিলাখনৰ প্ৰধান খনিজাত দ্ৰব্য। কয়লাজান, শিলভেটা, চাইনিলাংছ' অঞ্চলত স্তৰীভূত শিলো পোৱা গৈছে। কয়লাজান অঞ্চলৰ ডিলাই পৰ্বতৰ চুণশিলৰ ওপৰত ভিত্তি কৰিয়েই বোকাজানৰ চিমেণ্টৰ কাৰখানা প্ৰতিষ্ঠা কৰা হৈছে।

কয়লাৰ সন্ধান বিশেষকৈ কয়লাজান, শিলভেটা, খনবাসন পৰ্বত, দিছুৱাই আদি নানা ঠাইত পোৱা গৈছে। কয়লাজান আৰু শিলভেটাত বছৰে কেইহাজাৰমান কয়লা উৎপাদন কৰাৰ দুটা সৰু খনি আছে। কিন্তু অৰ্থ নৈতিক ভাৱে বিশেষ লাভবান নোহোৱাৰ বাবে বৰ্তমান দুয়োটাই প্ৰায় বন্ধ হৈ গৈছে।

চিলেমেনাইটৰ সন্ধান পোৱা গৈছে হাপজান অঞ্চলত অৱশ্যে ইয়াৰ 'ৰিজাৰ্ভ' অৰ্থ নৈতিকভাৱে সফল হব পৰাকৈ শিল্প প্ৰতিষ্ঠা কৰাৰ বাবে যথেষ্ট হব নে নহয় সেই বিষয়ে এতিয়াও অনুসন্ধান চলি আছে।

ইয়াৰ উপৰিও গ্ৰেণাইট আৰু কোৱাৰ্ট (quarts) জাতীয় ঘৰ সজাৰ বাবে উপযোগী শিল জিলাখনত পোৱা যায়।

কাৰবি আংলং জিলাত খনিজাত দ্ৰব্যৰ সন্ধান অব্যাহত আছে। ভৱিষ্যতে মূল্যবান খনিজাত দ্ৰব্যৰ আঁকৰ অৱস্থিত হব বুলি আশা কৰা যায়।

## জীৱ-জন্তু

পাহাৰময় জিলা কাৰণে নানাধৰণৰ জীৱ-জন্তু, পশু-পক্ষী আদিৰে ভৰপূৰ। সেউজীয়া বনাঞ্চলত পোৱা জন্তু—বাঘ, হাতী, গঁড়, ম'হ, মেথুন, বনৰৌ, শিয়াল আদিয়েই প্ৰধান। ইয়াৰ উপৰিও বিভিন্ন ধৰণৰ পহু, যেনে—স্থগৰী, ভেলেঙী, শৰ, হৰিণ, কেটেলা, শহা আদি আৰু অগণন বান্দৰেৰে ইয়াৰ হাবি ভৰপূৰ। সৰীসৃপ প্ৰাণীৰ ভিতৰত অজগৰ, ফেটী, গোম, ইন্দ্ৰজিত, গুইসাপ আদি নানানধৰণৰ সাপ ইয়াৰ হাবিত দেখা পোৱা যায়। পখীৰ ভিতৰত ধনেশ, কাম্নেম, মইনা, ভাটৌ, দেওহাঁহ, কপৌ, শালিকা, বৰটোকোলা, বগলী, কুলি, কেতেকী আদি অগণন পখীৰে ইয়াৰ হাবিবন ভৰা।

## আমদানি আৰু ৰপ্তানি

**আমদানি :**—নানা ধৰণৰ কাপোৰ, লো, লোৰ নানাবিধ সঁজুলি, কাঁহ-পিতলৰ বাচন-বৰ্তন, কেৰাচিন, কাগজ, নিমখ, চীনামাটি, টিনপাত, চেনি, নানাধৰণৰ কলকব্জা আদি নানান ঠাইৰপৰা ইয়ালৈ আমদানি হয়।

**ৰপ্তানি :**—নানা তৰহৰ কাঠ, কয়লা, চূণশিল, ধান, মৰাপাট, পাইৰাট, কফি, কাজুবাদাম, তিল, কঁপাহ, মাকৈ, বাঁহ বেত, চাহপাত, ধূনা, ডালচেনি, জালুক, তেজপাত, সৰিয়হ আদিয়েই প্ৰধানকৈ অন্য ঠাইলৈ ৰপ্তানি কৰা হয়।

## যাতায়াত

প্ৰাক্ স্বাধীনতা কালছোৱাত এই অঞ্চলত যোগাযোগ ব্যৱস্থা একেবাৰেই নাছিল। স্বাধীনোত্তৰ কালত অৰ্থাৎ জিলাখন গঠন হোৱাৰ আগতো এই অঞ্চলটো যাতায়াতৰ নামত ৰেল গাড়ীৰ বাহিৰে অন্য কোনো স্থবিধা হোৱা নাছিল। তেতিয়া এই অঞ্চলৰ মানুহে পাহাৰীয়া লুংলুঙীয়া বাটেৰে অহাযোৱা কৰিব লগা হৈছিল। গতিকে অঞ্চলটোৰ মানুহৰ বাট পথৰ অভাৱত শিক্ষা, সামাজিক আৰু অৰ্থ নৈতিক উন্নয়নত প্ৰবল বাধাৰ সৃষ্টি হৈছিল। প্ৰকৃততে জিলাখন গঠন হোৱাৰ পিছৰপৰাহে বাট-পথ নিৰ্মানৰ কামত মনোযোগ দিয়া হয়। ১৯৫৫ চনত ডিফুৰ গড় কাপ্তানি বিভাগ (P. W. D., R. & D.) স্থাপন কৰি আলিবাট, ৰাস্তা পদুলি আদি নিৰ্মানৰ কাম আৰম্ভ কৰা হয়। প্ৰথমতে জিলাখনৰ প্ৰধান ছুটা অঞ্চল ডিফু-মান্জা, মান্জা—মহেনদিজুৱা, বকুলিয়া—হাওৰাঘাট, হাওৰাঘাট—ফুলনি, ডকমকা—পাৰখোৱা আদি ঠাইৰ মাজত আলিবাট নিৰ্মান কৰি জিলাৰ সদৰ ডিফুৰ লগত পোনপটিয়া যোগাযোগ স্থাপন কৰা হয়। ফলস্বৰূপে চতুৰ্থ যোজনাৰ শেষলৈকে জিলাখনত মুঠ ৫৩০ কিঃ মিঃ পথ নিৰ্মান হয়।

প্ৰাকৃতিক প্ৰতিকূল অৱস্থা হেতুকে জিলাখনৰ হামৰেণ মহকুমাৰ যোগাযোগ অতি পাছ পৰা। বৰ্তমান ডাঙৰ ডাঙৰ দলং আদি নিৰ্মান কৰি বাহিৰ আৰু ভিতৰুৱা অঞ্চলৰ লগত বাট পথ নিৰ্মান কৰা হৈছে। এই মহকুমাত নিৰ্মিত হোৱা উল্লেখযোগ্য পথসমূহ হ'ল—

১। খেৰনি-কলঙ্গা-ডংকামোকাম-বৈথালাংছ' পথ।

২। বৈথালাংছ-তুমপ্ৰেং-ডংকামোকাম পথ।

৩। হোজাই-তুমপ্ৰেং-ডংকামোকাম পথ।

৪। খেৰনি-আমৰেং-জিৰিকিন্দিং-উমৃথিৰমী-ৰংপংদং পথ।

৫। নেলী-পুতচাৰী-উমপেনাই পথ।

৬। হামৰেণ-ৰংজংফং-আমছেৰ হৈ উমপেনাই পথ আৰু উমপেনাই কন্দালী পথ।

প্ৰধান দলং কেইখন হ'ল—

২। তুমপ্রেং, কপিলী নদীৰ ওপৰত

৩। হাওৰাঘাট, যমুনা নদীৰ ওপৰত

৪। আমৰেং নদীৰ ওপৰত দলং

এই পথসমূহৰ বাহিৰেও জিলাখনৰ মাজেদি ৩৬ নং আৰু ৩৯ নং ৰাষ্ট্রীয় পথ যথাক্রমে ১১৭ কিঃ মিঃ আৰু ৫৩.৩০ কিঃ মিঃ পথ চুই গৈছে।

জিলাখনৰ মুঠ ৰেলষ্টেচন কেইটা হ'ল—

(১) বৰলাংফেৰ। (২) লাংছ'লিয়েৎ, (৩) নীলালং, (৪) ডিফু, (৫) দলদলি, (৬) ধনশিৰি, (৭) ৰঙাপাহাৰ, (৮) খটখটি, (৯) বোকাজান।

জিলাখনৰ মুঠ ৪৭ কিঃ মিঃ সীমান্ত পথো এই ৰেলপথে চুই গৈছে।

ৰাজ্যিক পথ পৰিবহনৰ বাছৰ সংখ্যা হ'ল ১৭খন। পথৰ দূৰত্ব ৪৩৮ কিঃমিঃ। দৈনিক গড় ৰাজহৰ পৰিমাণ ৩০০০ টকা।

ডিফুৰপৰা বিভিন্ন প্রধান ঠাইৰ যোগাযোগৰ দূৰত্ব হ'ল—

| | | |
|---|---|---|
| ১। | ডিফু—যোৰহাট | ১১৯ কিঃ মিঃ |
| ২। | ডিফু—হাফলং | ১৭৯ „ „ |
| ৩। | ডিফু—নগাঁও | ১৪৮ „ „ |
| ৪। | ডিফু—গুৱাহাটী | ২৭১ „ „ |
| ৫। | ডিফু—হামৰেণ | ১৫৭ „ „ |
| ৬। | ডিফু—পাৰখোৱা | ৯৪ „ „ |
| ৭। | ডিফু—গৰমপানী | ১১২ „ „ |

## ৰাজহুৱা পথ পৰিবহন

| | | |
|---|---|---|
| (১) | ডিফু—বকলিয়া হৈ ডবকা ... | ১০৮ কিঃ মিঃ |
| (২) | হাওৰাঘাট—ডিফু ... | ৭৩ „ „ |
| (৩) | ডিফু—ৰঙাপাহাৰ ক্রচিং ... | ৩৮ „ „ |
| (৪) | ডিফু—চিলনিজান ... | ৯৩ „ „ |
| (৫) | ডিফু—ছামেলাংছ' ... | ১০১ „ „ |
| (৬) | ডবকা—ছামেলাংছ' ... | ৪৩ „ „ |
| (৭) | ডিফু—লামডিং ... | ৪৩ „ „ |
| (৮) | ডিফু—দেওপানী ... | ৭৯ „ „ |



হাওৰাঘাটৰপৰা নীলবাগান। হোজাই, কামপুৰৰপৰা (নগাঁও) বৈথালাংছ'। হোজাইৰপৰা তুমপ্রেং, ডংকামোকাম, কলঙ্গা, খেৰনিলৈ। লংকাৰপৰা (নগাঁও) খেৰনি আদিলৈ। গোলাঘাটৰপৰা (শিৱসাগৰ) দেইথৰলৈ যোৱা পথ আছে। ডিফুৰপৰা মান্‌জা হৈ ডিমাপুৰলৈ (নগালেণ্ড) যোৱা পথ আছে। ইয়াৰ উপৰিও উম্‌ৰাংচু, গৰমপানী, নেলী, উলুকুঞ্চি, উমৰাংচু, গুৱাহাটীলৈ যোৱাৰ যোগাযোগ ব্যৱস্থা আছে।

## যান-বাহনৰ সংখ্যা

১৯৮১ চনৰ জুন মাহলৈ এই জিলাৰ যানবাহনৰ সংখ্যা এনে ধৰণৰ—
(মটৰ ভেহিকল কাৰ্যালয়ৰপৰা পোৱা ৰেকৰ্ড মতে)

| | | |
|---|---|---|
| (১) | কন্‌ট্রেক্ট কেৰিয়াৰ ... | ৫ খন |
| (২) | ষ্টেজ „ ... | ৯ খন |
| (৩) | পাবলিক „ ... | ৯৯ খন |
| (৪) | প্রাইভেট „ ... | ৫৫ „ |
| (৫) | টেক্সি „ ... | ২ „ |
| (৬) | অট'ৰিক্সা „ ... | ৪২ „ |
| (৭) | অন্যান্য যানবাহন ... | ৭৪৫ „ |
| (৮) | ষ্টেণ্ডাৰ্ড ২০ ... | ৩ „ |

## চাৰ্কেল

(১) ডিফু

(২) চিলনিজান

(৩) ফুলনি

(৪) ডংকামোকাম

## মৌজা

মাটিৰ খাজনা, আন কৰ কাটল আদি তুলিবৰ সুবিধাৰ বাবে কাৰবি আংলং জিলাতো কেইবাখনো গাঁও সামৰি লৈ মৌজা গঠন কৰা হৈছে। মৌজাদাৰে এই কামত সহায় কৰে। এনে মৌজা বৰ্তমান এই জিলাত ২৬ খন।

(১) যমুনাপাৰ মৌজা।
(২) বৰজান "
(৩) লাংমিলি "

এই তিনিখন ডিফু চাৰ্কেলৰ অধীনত।

(৪) বৰপথাৰ।
(৫) পূব ৰেংমা।
(৬) ডুৱাৰ বাগৰি।
(৭) নগা ৰেংমা।

এই কেইখন চিলনিজান চাৰ্কেলৰ ভিতৰত।

(৮) ফুলনি
(৯) লাংফেৰ
(১০) হাওৰাঘাট
(১১) ডুৱাৰ্বদিচা
(১২) পশ্চিম ৰেংমা
(১৩) ডুৱাৰ দিখাৰু
(১৪) ডুৱাৰ বামুনি
(১৫) ডুৱাৰ চালনা
(১৬) ন-মাটি

এই কেইখন ফুলনি চাৰ্কেলৰ অন্তৰ্গত।

(১৭) হৱাইপুৰ
(১৮) হামৰেন
(১৯) পশ্চিম ৰংখাং
(২০) পূব ৰংখাং
(২১) ব্লক নং ১
(২২) চিংথং
(২৩) আমৰি



(২৪) ডুৱাৰ আমলা
(২৫) লাম্ পাৰপি
(২৬) লাং লকছ'

এই কেইখন ডংকা চাৰ্কেলৰ অধীনত।

## থানা বা আৰক্ষী চকী

চোৰ ডকাইত আদি শাসনৰ কাৰণে জিলাখনৰ ভিতৰত আৰক্ষী চকীৰ সংখ্যা নিচেই তাকৰ। অতি ডাঙৰ কাজিয়া পেচাল, মাৰপিট, খুন-জখম আদি নহলে ইয়াৰ কাৰবি মানুহে হেনো থানালৈ গোচৰ আদি নপঠায়। তেওঁলোকৰ অৰ্থাৎ কাৰবি সমাজৰ সমজুৱা বিচাৰ পদ্ধতিৰে অৰ্থাৎ হাবাই, গাঁওবুঢ়া আদিয়ে শেষ কৰে। কিয়নো তেওঁলোকে হেনো তেনে গোচৰ আপত্তি আদি চৰকাৰৰ দৃষ্টি গোচৰ কৰিবলৈ ভাল নাপায়। গতিকে কাৰবিলোকে ইয়াত থানা বা আৰক্ষী চকীৰ আৱশ্যকতা বোধ কৰা নাছিল। বৰ্তমান জিলাখনত নানা ঠাইৰ নানা ধৰণৰ মানুহৰ সমাগম বৃদ্ধি পোৱাত চোৰ-ডকাইত আদিৰ সংখ্যাও বৃদ্ধি পাব ধৰিলে। ফলত সকলো সময়তে সকলো ধৰণৰ গোচৰ আদি সুব্যৱস্থাৰে সমাপন কৰিবলৈ কেইখনমান থানাৰ আৱশ্যক হ'ল। তেনে থানাৰ সংখ্যা হল :—

১। ডিফু।
২। হাওৰাঘাট।
৩। বৈথালাংছ'।
৪। বোকাজান।

এই থানা কেইখনক সহায় কৰিবৰ কাৰণে কেইখনমান উপ-আৰক্ষী চকী পতা হৈছে :—

(১) মহেনদিজুৱা
(২) বৰলাংফেৰ
(৩) ধনশিৰি ডিফু থানাৰ অধীনত।

(১) ডকমকা
(২) বকলিয়া
(৩) [illegible] হাওৰাঘাটৰ অধীনত।

(১) ডিলাই বোকাজানৰ অধীনত।

(১) খেৰনি
(২) ডংকামোকাম
(৩) হামৰেণ
(৪) মাইলুং
(৫) তুমপ্ৰেং
(৬) উলুকুঞ্চি বৈথালাংছ'ৰ অধীনত।
এই আটাইবোৰৰে প্ৰধান কাৰ্যালয় ডিফু।

## উন্নয়ন খণ্ড

জিলাখনৰ সকলো দিশত সাধাৰণ উন্নয়নৰ কাৰণে সমগ্ৰ জিলাখনক ৭টা উন্নয়ন খণ্ডত ( Development Block ) বিভক্ত কৰা হৈছে। তলত তালিকাখন দিয়া হ'ল :—

| উন্নয়ন খণ্ড | মুঠ মাটিকালি ( একৰত ) | গাঁওৰ সংখ্যা | প্ৰধান কাৰ্যালয় |
|---|---|---|---|
| (১) বোকাজান | ১,৪৩,৩৬০ | ২৩২ | বোকাজান |
| (২) হাওৰাঘাট | ৬,২৫,০২০ | ৩৫৫ | হাওৰাঘাট |
| (৩) লুম্বাজং | ৫,৯০,০৬০ | ২৮৮ | মান্জা |
| (৪) নিলিপ | ৬৯,৩০৬ | ২২৬ | চকিহ'লা |
| (৫) আম্ৰি | ২,৬২,৬৪০ | ১৮৪ | উলুকুঞ্চি |
| (৬) চ'ছেং | ১,১৬,৮৪৬ | ৮৪ | জিৰিকিন্দিং |
| (৭) ৰংখাং | ১,৯১,৯১৯ | ২০২ | ডংকামোকাম |

ইয়াৰ উপৰিও ৩টা সংহত জনজাতীয় উন্নয়ন প্ৰকল্প আছে :—
(১) ছামেলাংছ'
(২) ৰংফংবং
(৩) চিংথং

## গাঁও

কাৰ্বি আংলং জিলাৰ অধিবাসীসকলে নানান প্ৰাকৃতিক দুৰ্যোগ, খেতি পথাৰৰ দুৰ্যোগ আদিত পৰি ঘনাই ঠাই সলাব লগীয়া হয়। গতিকে ভৈয়ামৰ জিলাৰ দৰে স্থানীয় গাঁও খুব কমেই পোৱা যায়। তথাপি জিলা পৰিষদ আৰু অসম চৰকাৰৰ আৰ্থিক সহায্যৰদ্বাৰা গাঁও উন্নয়ন আঁচনি কাৰ্যকৰী কৰি দহখন আদৰ্শ গাঁও হিচাপে গঢ়ি তোলা হৈছে। ১৯৭১ চনৰ লোক গণনাৰ মতে এই জিলাৰ সৰ্বমুঠ গাঁওৰ সংখ্যা হ'ল ১৮৭০ খন আৰু জনসংখ্যা ৩,৭৯,৩১০ জন। গাঁওবিলাক পৰিচালনা কৰিবৰ কাৰণে ৭০৫ জন গাঁওবুঢ়া আছে। এই গাঁওবুঢ়াসকলৰ কোনো চৰকাৰী দৰমহা আদিৰ ব্যৱস্থা নাই। তাৰ পৰিবৰ্তে তেওঁলোকে ২০ বিঘা মাটিৰ খাজনা ৰেহাই পায়। আদৰ্শ গাঁও কেইখন হ'ল :—

(১) ইংক্ৰাম, (২) তাৰাবাচা, (৩) চামেলাংছ', (৪) উত্তৰ বৰবিল, (৫) চিলিমখোৱা, (৬) ৰংজাংফং, (৭) চকিহলা, (৮) ভনী, (৯) চুটিয়ানলা, (১০) বমৰই।

শাসনৰ সুবিধাৰ্থে আৰু প্ৰতি পাঁচ বছৰীয়া জিলা পৰিষদৰ উন্নয়ন আঁচনিৰ বাবে জিলাখনক সাধাৰণতে চাৰিটা সমষ্টিত ভগোৱা হৈছে :—

(১) **বৈথালাংছ' সমষ্টি :** এই সমষ্টিৰ মুঠ গাঁওৰ সংখ্যা হ'ল ৫২৬ খন।
বেছি জনসংখ্যা থকা গাঁও হ'ল জিৰিকিন্দিং ( ৮৪৩ জন )
কম জনসংখ্যাৰ হ'ল মিন্‌ৰিয়া ( ৩০ জন )

(২) **হাওৰাঘাট সমষ্টি :** এই সমষ্টিটোক আকৌ দুটা ভাগত ভগোৱা হৈছে।

(ক) **ফুলনি সমষ্টি :** মুঠ গাঁও ১৭২ খন।
বেছি জনসংখ্যাৰ গাঁও হ'ল পানজুৰি ( ১৩:৯ জন )
কম জনসংখ্যা থকা গাঁও হ'ল ছাৰথেক্ৰ গাঁও ( ২৫ জন )
আৰু লাকছ' গাঁও ( ৩০ জন )

(খ) **হাওৰাঘাট সমষ্টি :** মুঠ গাঁও হ'ল ১৬৬ খন।
বেছি জনসংখ্যা থকা গাঁও হ'ল উত্তৰ বৰবিল ( ১২৮৮ জন )
কম জনসংখ্যা থকা গাঁও হ'ল কান্থাই বৰিগাঁও ( ৩৫ জন )
গোটেই হাওৰাঘাট সমষ্টিৰ মুঠ গাঁও হ'ল ৩৩৮ খন।

(৩) **বোকাজান সমষ্টি ঃ** এই সমষ্টিটোক দুটা ভাগত ভগোৱা হৈছে।

(ক) **নিলিপ সমষ্টি ঃ** মুঠ গাঁও ১৫৫ খন।

বেছি জনসংখ্যা থকা গাঁও নামবৰ নদী টি ষ্টেট্ ( ১৮৯৮ জন )

কম জনসংখ্যা থকা গাঁও বুৰা ৰংপি গাঁও ( ১০ জন )

(খ) **বোকাজান সমষ্টি ঃ** মুঠ গাঁও ২১০ খন।

বেছি জনসংখ্যাৰ গাঁও যাদবৰয় গ্ৰেণ্ড গাঁও ( ১৮২৮ জন )

কম সংখ্যাৰ গাঁও ডিলাই বি হাঞ্চে গাঁও ( ১০ জন )

গোটেই বোকাজান সমষ্টিৰ মুঠ গাঁও ৩৬৫ খন।

(৪) **ডিফু সমষ্টি ঃ** ডিফু টাউন এলেকাৰ বাহিৰেও গাঁওৰ সংখ্যা হ'ল ২৪১ খন।

বেছি জনসংখ্যাৰ গাঁও সিংহাসন ( ৬৭১ জন )

কম জনসংখ্যাৰ গাঁও ছাৰথে হাঞ্চে গাঁও ( ২১ জন )

ডিফু টাউনক আকৌ ৬টা খণ্ডত ভাগাৱা হৈছে। ইয়াৰ মুঠ জনসংখ্যা হ'ল ১০,২০০ জন ( ১৯৭১ )।

# ডাকঘৰ

যাতায়াতৰ বেছি সুবিধা নথকাৰ বাবে ইয়াৰ ডাক অনা-নিয়া কৰাও বৰ বিপদজনক। পাহাৰৰ বহু ভিতৰ ঠাইলৈ ডাকৰ যোগাযোগ কৰিব লগীয়া হোৱা হেতুকে সৰহ ভাগ ঠাইত মানুহে পিঠিত বোজা বৈ অনা নিয়া কৰিব লাগে। গতিকে কোনো যোগাযোগৰ ক্ষেত্ৰত অনিয়মিত আৰু অসময় বোধ কৰা যায়। বৰ্তমান জিলাখনত সকলোফালে দ্ৰুত গতিত অগ্ৰসৰ হোৱাৰপৰা এই অসুবিধা কিছুদূৰ নাইকিয়া হৈছে বুলিব পাৰি। ১৯৭১ চনৰ মতে জিলা-খনৰ ডাকঘৰ আৰু উপডাকঘৰ কিছুমান তলত দিয়া হ'ল—

বালিপথাৰ, বগীজান, চাকথেলা, দেওহৰি, দেইথৰ, দেওপানী, ডিলাই, ডিফু বজাৰ, জপৰাজান, ধনশিৰি, খেৰনিগাঁও, লাংছ'লিয়েচ, লংনিত, মান্‌জা, মহেনদিজুৱা, নেপাৰপটি, ভিতৰ কলিয়নি, কলিয়াজান। এই ডাকঘৰসমূহৰ প্ৰধান কাৰ্যালয় ডিফু।

আমনিগাঁও, আকিং, দেৱস্থান, পান্থমতী, ৰজাপথাৰ, ৰংকুৰ, উত্তৰ বৰবিল, এৰাদীঘলপানী। এই ডাকঘৰসমূহৰ প্ৰধান কাৰ্যালয় হ'ল হাওৰাঘাট।

লাংলাকছ', লাংহিন, মাণিকপুৰ, লাংহিন তিনিআলি, যাকপানী, ডকমকা, ডুবাৰ বামুনি, ধেণ্টাঘাট, পাৰথোৱা, ফুলনি,—এই ডাকঘৰসমূহৰ প্ৰধান কাৰ্যালয় হ'ল ডবকা ( নগাঁও )।

কুলিগাঁও, খটখটি, গোলাবস্তি, হিদিপি, দেওপানী, সৰিয়হজান—প্ৰধান কাৰ্যালয় বোকাজান।

কলঙ্গা, বৰথল, তৰাডুবি, হামৰেণ, তুমপ্ৰেং। প্ৰধান কাৰ্যালয় ডংকামোকাম।

কছুপুখুৰী, লংৰিথেপী—প্ৰধান কাৰ্যালয় বকলিয়াঘাট।

আমৰেং, খেৰনি, লামছাথাং—প্ৰধান কাৰ্যালয় লংকা ( নগাঁও )

আম্‌লিঘাট, কিলিংভেলী, আমচৈ—এই ডাকঘৰসমূহৰ প্ৰধান কাৰ্যালয় জাগীৰোড ( নগাঁও )

আনজকপানী—প্ৰধান কাৰ্যালয় চালনা ( নগাঁও )

আমছৈ বজাৰ—প্ৰধান কাৰ্যালয় চাপৰমুখ ( নগাঁও )

আন আন জিলাৰ দৰে পূৰ্ণ পৰ্যায়ৰ 'ডাকঘৰ কাৰবি আংলং জিলাত এতিয়ালৈকে হোৱা নাই। জিলাখনৰ সদৰ ঠাই ডিফু হলেও ই এতিয়ালৈকে উপ-ডাকঘৰৰ পৰ্যায়তে আছে।

# জনস্বাস্থ্য সেৱা

প্ৰথমতে জিলাখনত স্বাস্থ্য সেৱাৰ কোনো সু-ব্যৱস্থা নাছিল। বৰ্তমান এই বিষয়ত দ্ৰুত গতিত অগ্ৰসৰ হৈছে। সম্প্ৰতি জিলাখনত বিভিন্ন ঠাইত নানা ধৰণৰ কল্যাণমূলক কেন্দ্ৰ, উপকেন্দ্ৰ গঢ়ি উঠিছে। ইয়াত এখন তালিকা দাঙি ধৰা হ'ল—

| কেন্দ্ৰ আৰু উপকেন্দ্ৰৰ নাম | বিচনাৰ সংখ্যা |
|---|---|
| (১) ডিফু চিভিল হস্পিতেল | ৭৪ খন |
| (২) হামৰেণ চিভিল হস্পিতেল | ৫০ খন ( বৰ্তমান তৈয়াৰ কৰি আছে ) |
| (৩) মানজা জনস্বাস্থ্য কেন্দ্ৰ | ১০ খন |
| (৪) হাওৰাঘাট " " | ৬ খন |
| (৫) বোকাজান " " | ৩০ খন |
| (৬) চকিহোলা " " | ১০ খন |
| (৭) জিৰিকিনিদিং " " | ৬ খন |
| (৮) বৈথালাংছ' " " | ৬ খন |

| কেন্দ্ৰ আৰু উপকেন্দ্ৰৰ নাম | বিচনাৰ সংখ্যা |
|---|---|
| (৯) ডংকামোকাম " " | ৬ খন |
| (১০) উমপেনাই " " | ৬ খন |
| (১১) ধনশিৰি " " | ১০ খন ( তৈয়াৰ কৰি আছে ) |
| (১২) হাওৰাঘাট গ্ৰাম্য চিকিৎসালয় | ৩০ খন ( তৈয়াৰ কৰি আছে ) |
| (১৩) মহেনদিজুৱা ৰাজ্যিক চিকিৎসালয় | |
| (১৪) বকলিয়া " | |
| (১৫) ফুলনি " | |
| (১৬) ডকুমকা " | |
| (১৭) ডেনগাঁও " | |
| (১৮) সোণাপুৰ " | |
| (১৯) বজাপথাৰ | |



(২০) বালিপথাৰ ৰাজ্যিক চিকিৎসালয়
(২১) বৰপথাৰ "
(২২) ধনশিৰি "
(২৩) ডলামৰা "
(২৪) দেওহৰি "
(২৫) মালটি পথাৰ "
(২৬) কলঙ্গা "
(২৭) বৰগাঁও "
(২৮) ৰংপংবং "
(২৯) হামৰেণ "
(৩০) দেইথৰ "
(৩১) আমৰেং "

## উপ-স্বাস্থ্যকেন্দ্ৰ

(১) লাংহিন
(২) ডিলাই
(৩) হিদিপি
(৪) দিকিচিৰি
(৫) শিলছৰি
(৬) খেৰনি
(৭) হংক্ৰাম কাথাৰ বাংলৰ
(৮) টিংলিজান
(৯) তুমপ্ৰেং

## কুষ্ঠৰোগ কেন্দ্ৰ

জিলাখনত কুষ্ঠৰোগৰ কেন্দ্ৰ ১৫টা আৰু উপকেন্দ্ৰ ৫৪টা সৰ্বমুঠ বিচনাৰ সংখ্যা হ'ল ২৫ খন। এই কেন্দ্ৰ আৰু উপকেন্দ্ৰসমূহ সোণাপুৰ কুষ্ঠৰোগ কেন্দ্ৰ আৰু মালচি কুষ্ঠৰোগ কেন্দ্ৰৰদ্বাৰা পৰিচালনা কৰা হয়। ইয়াৰ উপৰিও মেলেৰীয়া আদি ৰোগৰ কেইবাটাও কেন্দ্ৰ স্থাপন কৰা হৈছে। ডিফুত এখন নাৰ্চিং হোষ্টেল আছে। ইয়াত থকা মেলাৰ উপৰিও নাৰ্চিং বিষয়ৰ প্ৰশিক্ষণ দিয়া হয়। যক্ষ্মা ৰোগৰ চিকিৎসালয়ৰ বাবেও ইয়াত চিকিৎসা কেন্দ্ৰ আছে। কাৰবি আংলং জিলাৰ প্ৰথম কাৰবি ডাক্তৰ ইঙ্গি ৰংপি।

## গৰু-মহ আদিৰ চিকিৎসালয়

গৰু-ম'হ আদি বিভিন্ন জীৱ জন্তু আৰু চৰাই চিৰিকতি আদি নানা ৰকম পখী চিকিৎসাৰ বাবে কাৰবি আংলং জিলাত কেইবাখনো চিকিৎসালয় স্থাপন কৰা হৈছে। ইয়াৰ ৭ খন ৰাজ্যিক পৰ্যায়ৰ চিকিৎসালয়। সেইকেইখন হ'ল—

| | |
|---|---|
| (১) ডিফু | (৫) বৈথালাংছ' |
| (২) হাওৰাঘাট | (৬) খেৰনি |
| (৩) ফুলনি | (৭) চিলনিজান |
| (৪) হামৰেণ | |

আঞ্চলিক উন্নয়ন খণ্ডৰ পশু চিকিৎসালয় হ'ল ১০খন। ইয়াৰ উপৰিও ৪খন শাখা পশু চিকিৎসালয় আছে। সাহায্যপ্ৰাপ্ত পশু চিকিৎসাৰ কেন্দ্ৰ ২৩খন আৰু চলন্ত চিকিৎসালয় ২খন (Mobile Vety. dispensary) আছে। প্ৰাকৃতিক গ্ৰাম্য পশু চিকিৎসালয় কেন্দ্ৰও ৪খন আছে।

**Livestock Fodder Farm ৫খন।** সেই কেইখন হ'ল—

| | |
|---|---|
| (১) কে'টল ডেমনষ্ট্ৰেচন ফাৰ্ম | মানজা। |
| (২) ফোডাৰ ফাৰ্ম | লুংগাজান। |
| (৩) পিগ কাম পল্‌ট্ৰি ফাৰ্ম | ডিফু। |
| (৪) শ্লিপ ব্ৰিডিং ফাৰ্ম | ডিফু। |
| (৫) ফোডাৰ ডেমনষ্ট্ৰেচন ফাৰ্ম | হামৰেণ। |

ইয়াৰ উপৰিও হাৱাইপুৰত ষাঁড় গৰু বৃদ্ধি কৰাৰ বিষয়ৰ পাম এখন আৰু ডিফুত ২খন, ডকমকাত ১খন পশু-চিকিৎসাৰ অনুষ্ঠান আছে। ইয়াৰ প্ৰধান কাৰ্যালয় ডিফু।

### কাৰবি আংলং জিলাত অসম ৰাজ্যিক বিদ্যুৎ পৰিবহন বিস্তাৰ :

জিলাখনৰ ভিতৰত ডিফু সদৰতে ১৯৫৮ চনত প্ৰথম বিজুলী সৰবৰাহ কৰা হয়। প্ৰথমতে এই চহৰত এটা skoda ইঞ্জিনৰ সহায়েৰে বিজুলী যোগান ধৰা হৈছিল। বৰ্তমান নামৰূপ বিদ্যুত কেন্দ্ৰৰপৰা বিজুলী যোগান ধৰা হয়। ডিফুৰ বাহিৰেও জিলাখনৰ অন্যান্য গাঁৱলীয়া ঠাইত বিজুলী সৰবৰাহ কৰা হৈছে। ইয়াৰ উপৰিও নীলালং—ধনশিৰি ৰঙাপথাৰ ফলফলি আংলংচিলাই



আদি ৰেল ষ্টেচনসমূহত ১৯৭৯-৮১ চনত ডিফুৰপৰাই বিজুলী যোগান ধৰা হৈছে। অলপতে হামৰেণ মহকুমাতো বিজুলী সৰবৰাহ কৰা হৈছে। বৰ্তমান ইয়াত নৰ্গাওৰপৰা কৰা হয়।

## জনস্বাস্থ্য কাৰিকৰী বিভাগ

যোৱা দুই দশকৰ আগতে কাৰবি আংলঙত খোৱা পানীৰ যথেষ্ট নাটনি আছিল। পানীৰ কাৰণে ইয়াৰ অধিবাসীয়ে বিশেষকৈ পাহাৰীয়া জান-জুৰি আৰু নদীৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া হৈছিল। অসম চৰকাৰে এই সমস্যা সমাধানৰ কাৰণে জনস্বাস্থ্য কাৰিকৰী বিভাগৰ জৰিয়তে এখন আঁচনি প্ৰস্তুত কৰে। বৰ্তমানে জনসাধাৰণে খোৱা পানীৰ কাৰণে যথেষ্ট সকাহ পায়। জনস্বাস্থ্য কাৰিকৰী বিভাগে চাৰিটা পদ্ধতিৰে ইয়াৰ সমাধানৰ কাৰণে চেষ্টা কৰি আহিছে—

(১) নদীৰ পানী শোধন কৰি পাইপৰদ্বাৰা যোগান ধৰা।
(২) গভীৰ নলী-নাদ খান্দি।
(৩) দমকলৰদ্বাৰা।
(৪) পকা কুঁৱা খান্দি।

এই বিভাগে চহৰ অঞ্চলৰ পানী নিজৰ মতে আৰু গাঁও অঞ্চলৰ পানী যোগান জিলা পৰিষদৰ পৰামৰ্শ অনুসৰি আঁচনি প্ৰস্তুত কৰি ইয়াক কাৰ্যকৰী কৰে।

### চহৰ অঞ্চলত খোৱা পানী যোগানৰ ব্যৱস্থা :

জনস্বাস্থ্য বিভাগে কাৰবি আংলং জিলাৰ ডিফু চহৰত, নতুনকৈ গঢ়ি উঠা হামৰেণ মহকুমাৰ সদৰ হামৰেণত আৰু হাওৰাঘাটত, এই তিনি ঠাইত পোনপটীয়া আঁচনি গ্ৰহণ কৰি ইয়াৰ কাৰ্যকৰী ব্যৱস্থা কৰিছে।

### ডিফু চহৰত খোৱা পানীৰ ব্যৱস্থা :

অসম চৰকাৰে কাৰবি আংলং জিলাৰ সদৰ ঠাই ডিফু চহৰত পানী যোগানৰ কাৰণে ১৯৫৭ চনত ৬২ লাখ টকাৰ এখন আঁচনি প্ৰস্তুত কৰে আৰু এই আঁচনিৰ কাম ১৯৬৪ চনত শেষ হয়। এই আঁচনি অনুসৰি ডিফু চহৰৰপৰা ৩৩ কি:মি: দূৰত চিলনি নামৰ ঠাইত পাম্প বহুৱাই লংনিত নদীৰপৰা পানী শোধন কৰি

পাইপৰদ্বাৰা পানী আনি ডিফু চহৰত যোগান ধৰে। ইয়াৰ কাৰণে ১৯৭৬ চনত চৰকাৰে প্ৰায় ৯ লাখ টকা ব্যয় কৰি ২ লাখ গেলন পানী ৰাখিবৰ সামৰ্থ হোৱা এটা পানীৰ ভঁৰাল প্ৰস্তুত কৰে। চিলনিৰপৰা পানী আহি এই ভঁৰালত জমা হোৱাৰ পাছত প্ৰয়োজন অনুসৰি চহৰৰ বিভিন্ন ঠাইলৈ সৰু সৰু পাইপৰদ্বাৰা পানী যোগান ধৰা হয়। জনস্বাস্থ্য আৰু কাৰিকৰী বিভাগে ইয়াৰ বৰ্ধিত জনসংখ্যালৈ লক্ষ্য ৰাখি পাঁচ লাখ টকা খৰচ কৰি ৪টা গভীৰ নলীনাদ খান্দি তাৰদ্বাৰাও সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰিছে। ইয়াত বৃহত্তৰ ডিফু পানী যোগান আঁচনি নামৰ এখন আঁচনি প্ৰস্তুত কৰিছে আৰু ইয়াক কাৰ্যকৰি কৰিলে অদূৰ ভৱিষ্যতে ডিফু চহৰত খোৱা পানীৰ কোনো সমস্যাই নাথাকিব বুলি আশা কৰা হৈছে।

### হামৰেণ চহৰত পানী যোগানৰ ব্যৱস্থা :

নতুনকৈ গঢ়ি উঠা হামৰেণ মহকুমাৰ সদৰ হামৰেণ চহৰতো প্ৰায় ৫০ লাখ টকাৰ এখন আঁচনি প্ৰস্তুত কৰি কাম আৰম্ভ কৰিছে। ইয়াৰ কাৰণে হামৰেণ চহৰৰপৰা ১২ কিঃ মিঃ দূৰত আমলং নদীৰপৰা পানী শোধন কৰি পাইপৰ দ্বাৰা পানী আনি হামৰেণ চহৰত যোগান ধৰাৰ ব্যৱস্থা কৰা হৈছে। ইয়াৰ শেষ স্তৰৰ কাম পূৰ্ণগতিত আগ বাঢ়িছে আৰু ১৯৮২-৮৩ চনৰ ভিতৰত শেষ হব বুলি ধৰা হৈছে।

### হাওৰাঘাট চহৰত পানী যোগানৰ ব্যৱস্থা :

হাওৰাঘাট চহৰত পানী যোগানৰ কাৰণে আঁচনি প্ৰস্তুত কৰা হৈছে আৰু ইয়াৰ প্ৰাথমিক কাম আৰম্ভ কৰা হৈছে। আশা কৰা হৈছে যে ১৯৮২-৮৩ চনৰ ভিতৰত ইয়াৰ কাম শেষ হব।

### গাঁও অঞ্চলত খোৱাপানী যোগানৰ ব্যৱস্থা :

গাঁও অঞ্চলৰ খোৱা পানী যোগানৰ ব্যৱস্থা জিলা পৰিষদৰ পৰামৰ্শ অনুসৰি কাৰ্যকৰি কৰা হয়। ইয়াৰ কাৰণে অসম চৰকাৰে জিলা পৰিষদলৈ বছৰি শকত পৰিমাণৰ ধন মঞ্জুৰি দিয়ে আৰু এই মঞ্জুৰিৰ ওপৰতে নিৰ্ভৰ কৰি পানী যোগান আঁচনি প্ৰস্তুত কৰা হয়। এই আঁচনিসমূহ ঘাইকৈ নদী, জান, জুৰি বা গভীৰ নলীনাদ খান্দি কাৰ্যকৰী কৰা হয়। ১৯৭১ চনৰ গণনামতে এই জিলাত ৪১ খন পানী যোগান আঁচনি কাৰ্যকৰী কৰা হৈছে আৰু তাৰ ফলত ১২৯ খন



গাঁওৰ প্ৰায় ৮৪,৫৩১ জন লোক উপকৃত হৈছে। ইয়াৰ বাহিৰেও ৩০খন আঁচনি প্ৰস্তুত কৰি ইয়াৰ প্ৰাথমিক কাম হাতত লোৱা হৈছে। অদূৰ ভৱিষ্যতে এই আঁচনিসমূহ কাৰ্যকৰী হৈ উঠিলে ১৯৭১ চনৰ গণনা মতে প্ৰায় ৭৫ হেজাৰ গাঁওবাসী লোক উপকৃত হব।

ইয়াৰ উপৰিও কেন্দ্ৰীয় চৰকাৰৰ প্ৰত্যক্ষ সাহায্যত কাৰবি আংলং জিলাত আৰু ১০ খন আঁচনি কাৰ্যকৰী কৰা হৈছে। ১৯৭১ চনৰ গণনা অনুসৰি এই আঁচনিসমূহৰদ্বাৰা ৬২ খন গাঁওৰ প্ৰায় ২৬,৯০৩ জন লোক উপকৃত হয়।

### কুঁৱা আৰু দমকলৰদ্বাৰা পানী যোগানৰ ব্যৱস্থা :

কাৰবি আংলং জিলাত এই আঁচনিবোৰ কাৰ্যকৰী কৰাত কিছুমান অসুবিধাৰ সন্মুখীন হব লগীয়া হয়। ইয়াৰ প্ৰধান অসুবিধা হৈছে সেৰেঙা জনবসতি। জনবসতি সেৰেঙা হোৱাৰ কাৰণে এই আঁচনিবোৰ সকলো মানুহে সামৰি লব নোৱাৰে। গতিকে এই অসুবিধাবোৰৰ হাত সাৰিবলৈ কুঁৱা আৰু দমকলৰ সহায় লোৱা হয়। ১৯৭৮-৭৯ চনত কুঁৱা বহুওৱা হৈছে ১৪৬টা, জনসাধাৰণ উপকৃত হৈছে ১৯৭১ চনৰ হিচাপ মতে ৭৪০০ জন। ১৯৭৯-৮০ চনত বহুওৱা হৈছে ৯৫টা। জনসাধাৰণ উপকৃত হৈছে ৬,৭০০ জন। ১৯৮০-৮১ চনত ১৪৮ টা আৰু জনসাধাৰণ উপকৃত হৈছে ৮৫০০ জন। আৰৌ ১৯৭৮-৭৯ চনত দমকল বহুওৱা হৈছে ৬৫ টা, জনসাধাৰণ উপকৃত হৈছে ৩৬০০ জন। ১৯৭৯-৮০ চনত ১৮৪টা, উপকৃত জনসাধাৰণ হ'ল ১৫,৪০০ জন। ১৯৮০-৮১ চনত ১১৯টা আৰু জনসাধাৰণ উপকৃত হৈছে ৮,৯০০ জন।

১৯৮১-৮২ চনত জনস্বাস্থ্য কাৰিকৰী বিভাগৰ লক্ষ্য হৈছে ৫৫টা কুঁৱা আৰু ১৩০টা দমকল বহুওৱা। ইয়াক কাৰ্যকৰী কৰিবলৈ খৰচৰ বাবদ ধৰা হৈছে ৭ লাখ টকা।

ইয়াৰ উপৰিও এই বিভাগে বৰ্ধিত জনসাধাৰণ আৰু ইয়াৰ সমস্যাৰাজি সন্মুখত ৰাখি বহুতো আঁচনি হাতত লৈছে আৰু এই আঁচনিসমূহ কাৰ্যকৰী হলে অহা ৫ ( পাঁচ ) বছৰৰ ভিতৰত এই কাৰবি আংলং জিলাত খোৱা পানীৰ কোনো সমস্যা নাথাকিব বুলি ভবা হৈছে।

# জিলা পৰিষদ

কাৰবি আংলং জিলা পৰিষদ ( আগৰ মিকিৰ পাহাৰ জিলা পৰিষদ ) গঠন কৰা হয় ১৯৫২ চনৰ ২৩ জুনত। সংবিধানৰ ৬ষ্ঠ অনুসূচীৰ ২নং অনুচ্ছেদৰ ৬নং উপ-অনুচ্ছেদৰ নিয়ম অনুসৰি এই জিলা পৰিষদ গঠন কৰা হয়। স্বাধীনতা লাভ কৰাৰ পিছতো সকলো দিশত পাছ পৰি থকা জনজাতীয় লোকক দেশৰ ঐতিহ্যৰ লগত সঙ্গতি ৰাখি তেওঁলোকৰ অঞ্চল তথা শিক্ষা, সামাজিক অৰ্থনৈতিক আদি সকলো দিশতে সৰ্বাঙ্গীন উন্নতিৰ প্ৰচেষ্টাৰ সংবিধানৰ ৬ষ্ঠ অনুচ্ছেদ সংযোগেৰে ১৯৫১ চনৰ ১৭ নৱেম্বৰত স্বায়ত্ত শাসিত জিলা প্ৰদান কৰি তেওঁলোকৰ নিজা অভিৰুচি আৰু নিজা ঐতিহ্যৰ বিকাশ সাধনৰ বাবে জিলা পৰিষদ গঠন কৰা হয়। এই জিলা পৰিষদ তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি ডাঙৰীয়াই উদ্বোধন কৰে।

জিলা পৰিষদৰ স্থাপনৰপৰা এজন সচিবে কাৰ্যচালনা কৰিছিল। এওঁ অসম চৰকাৰৰদ্বাৰা মনোনীত। ১৯৭০ চনৰ জানুৱাৰীৰ ২ তাৰিখে স্বায়ত্ত শাসিত জিলা হিচাপে ঘোষণা কৰিবৰপৰা ইয়াৰ সচিবৰ সংখ্যা ৪ জনলৈ বৃদ্ধি কৰা হয়। এওঁলোকৰ ভিতৰত এজন মুখ্য সচিব থাকে। গোটেই কেইজন অসম চৰকাৰৰদ্বাৰা মনোনীত। ইয়াৰ উপৰিও জিলা পৰিষদৰদ্বাৰা ২ জন সহকাৰী সচিব নিযুক্ত কৰা হৈছে। এওঁলোক জিলা পৰিষদৰদ্বাৰা মনোনীত।

এই জিলা পৰিষদ প্ৰাপ্ত বয়স্ক নাগৰিকৰ ভোটৰদ্বাৰা নিৰ্বাচিত প্ৰতিনিধি আৰু ৰাজ্যপালৰ মনোনীত প্ৰতিনিধিৰ নিযুক্তিৰে গঠিত। প্ৰথম অৱস্থাত জিলাখনৰ কাম কাজ নিয়াৰিকৈ চলাই নিবৰ বাবে এই পৰিষদৰ সদস্যৰ সংখ্যা আছিল ১৬জন। ইয়াৰ ভিতৰত ৪ জন ৰাজ্যপালৰদ্বাৰা মনোনীত সদস্য। পিছত ১-৫-৭৩ ইং তাৰিখৰপৰা এই জিলাৰ প্ৰায়বোৰ বিভাগ জিলা পৰিষদৰ অধীনলৈ হস্তান্তৰ কৰাত জিলাখনৰ কাম কাজ বঢ়াত কৰ্মীৰ সংখ্যাও বঢ়াবৰ আৱশ্যক হৈ পৰে আৰু লগে লগে ২-৩-৭৩ তাৰিখৰ সাধাৰণ নিৰ্বাচনত জিলা পৰিষদৰ সদস্যৰ সংখ্যা ৮ জনলৈ বৃদ্ধি কৰা হয়। তেতিয়া সদস্যৰ সংখ্যা হ'ল ২৪ জন। ইয়াৰে ৪ জন ৰাজ্যপালৰদ্বাৰা মানোনীত। জিলাখনৰ জনসংখ্যা বৃদ্ধি তথা দ্ৰুত উন্নতিৰ অৰ্থে ৬ষ্ঠ অনুসূচীৰ ২নং অনুচ্ছেদৰ ১নং উপ অনুচ্ছেদ



নিৰ্বাচিত আৰু ৪ জন মনোনীত সদস্য। মনোনীত সদস্যসকল ডিমাছা, প্ৰাক্তন বনুৰা, লালুং আৰু ৰেংমা নগা সম্প্ৰদায়ৰপৰা লোৱাৰ ব্যৱস্থা আছে।

পৰিষদৰ নিৰ্বাচিত সদস্যৰ কাৰ্যকাল ৫ বছৰ। কিন্তু মনোনীত সদস্যসকলৰ বাবে ৰাজ্যপালৰ নিৰ্দেশৰ প্ৰয়োজন। সাধাৰণতে প্ৰতি ৩ মাহৰ অন্তৰে অন্তৰে অধিবেশন বহে। জৰুৰী কাৰণত যি কোনো সময়তে অধিবেশন আহ্বান কৰিব পাৰে। পৰিষদৰদ্বাৰা নিৰ্বাচিত সভাপতি আৰু উপ-সভাপতি থাকে। পৰিষদৰ অধিবেশন সভাপতিয়ে পৰিচালনা কৰিব পাৰে।

মুখ্য কাৰ্যবাহী সদস্যক নেতা হিচাপে লৈ আন কাৰ্যবাহী সদস্যৰে কাৰ্যবাহী কমিটি গঠন কৰা হয়। নিয়মমতে কাৰ্যবাহী কমিটিৰ সদস্যৰ সংখ্যা পৰিষদৰ মুঠ সদস্যৰ সংখ্যাৰ এক চতুৰ্থাংশৰ বেছি হব নোৱাৰে। মুখ্য কাৰ্যবাহী সদস্যজনে অন্য কাৰ্যবাহী সদস্যসকলক মনোনীত কৰে আৰু তেওঁৰ পৰামৰ্শ অনুসৰি ৰাজ্যপালে তেওঁলোকক নিযুক্তি দিয়ে।

পৰিষদৰ সভাপতি আৰু উপ-সভাপতিয়ে মুখ্য-কাৰ্যবাহী সদস্যপদ লব নোৱাৰে। ৬ষ্ঠ অনুসূচীৰ ৩নং অনুচ্ছেদৰদ্বাৰা ন্যস্ত বিষয়বোৰৰ সন্দৰ্ভত পৰিষদে বিধান আৰু কাম কাজ পৰিচালনা কৰে। এইবোৰ হ'ল—(১) আইন সম্পৰ্কীয় কাম কাজ। (২) কাৰ্য-নিৰ্বাহ, (৩) ৰাজহ আৰু (৪) বিচাৰ সম্পৰ্কীয়। প্ৰাদেশিক আইন সভাৰ দৰে আইন ব্যৱস্থাপক ক্ষমতাৰে জিলাখনৰ বাবে প্ৰয়োজনীয় আইন আদি প্ৰণয়ন কৰি পৰিষদৰ অধিবেশনত উত্থাপন কৰা হয়। পৰিষদত গৃহীত হোৱাৰ পিছত আৰু ইয়াক ৰাজ্যপালৰ অনুমোদন লাভ কৰাৰ পিছতহে আইনখন কাৰ্যকৰী হয়। মাটি পট্টন, কৃষি সম্পৰ্কীয় ব্যৱস্থা, জুমখেতি নিয়ন্ত্ৰণ, গাঁও আৰু নগৰ কমিটি স্থাপন আৰু ইয়াৰ বৃদ্ধি ব্যৱস্থা, গাঁওৰ মুখীয়াল নাইবা গাঁওবুঢ়া আদি নিযুক্তি কৰণ, সামাজিক ৰীতি-নীতি সম্পৰ্কীয় আইন আদি প্ৰণয়নৰ ক্ষমতা জিলা পৰিষদৰ আছে।

প্ৰাথমিক স্কুল নিৰ্মান আৰু পৰিচালনা, স্বাস্থ্য সেৱা, বজাৰ, গৰু-ম'হৰ খোৱাৰ, ফেৰীঘাট, মীন মহল, জল-স্থল পথ আদি নিৰ্মান আৰু পৰিচালনাৰ ক্ষমতা জিলা পৰিষদৰ আছে।

জিলাখনৰ ভিতৰত মাটিৰ খাজনা নিৰ্ণয় আৰু আদায় কৰা, গৃহাদিৰ ওপৰত কৰ আদি বহুওৱা আৰু আদায় কৰাৰ ক্ষমতা জিলা পৰিষদৰ আছে।

গাঁও অঞ্চলত জনজাতীয় লোকসকলৰ গোচৰ আৰু বিচাৰ আদি কৰা আৰু নিষ্পত্তিৰ বাবে জিলা পৰিষদে গাঁও পৰিষদ গঠন কৰে। আইনগত

আদিৰ বিচাৰ নিষ্পত্তি কৰা হয়। এনে গাঁও পৰিষদৰ বাবে আইন আদি ৰাজ্যপালৰ অনুমোদন সাপেক্ষে জিলা পৰিষদে প্ৰণয়ন কৰে।

জিলা পৰিষদৰ কাৰ্যবাহী কমিটিয়ে জিলা পৰিষদ সম্পৰ্কীয় সকলো কাম কাজৰ সিদ্ধান্ত গ্ৰহণ কৰে। বিভিন্ন বিভাগসমূহৰ আঁচনিৰ অনুমোদন, আঁচনিৰ পৰিকল্পনা আদিত কমিটিয়ে সিদ্ধান্ত গ্ৰহণ কৰে। আয় ব্যয়ৰ থতিয়ান পঞ্জীভূত কৰি জিলা পৰিষদে নিজৰ বাজেট প্ৰস্তুত কৰে আৰু পৰিষদৰ অধিবেশনত ইয়াক গৃহীত কৰা হয়। বিত্তীয় দায়িত্বত থকা মুখ্য কাৰ্যবাহী সদস্যই পৰিষদৰ অধিবেশনত এই বাজেট উত্থাপন কৰে। ইয়াৰ উপৰিও কাৰবি আংলং জিলাৰ বিধান সভাৰ সমষ্টি ৪টা আছে :—

(১) ডিফূ

(২) বৈথালাংছ’

(৩) হাওৰাঘাট

(৪) বোকাজান

সংসদী সমষ্টি ১টা উত্তৰ কাছাৰ আৰু কাৰবি আংলং জিলাক সামৰি। জিলা পৰিষদৰ সমষ্টি ২৬টা।

## জিলা পৰিষদৰ কাৰ্যাৱলী

প্ৰতি বছৰে জিলা পৰিষদৰ অধীনত হোৱা ৰাস্তা-ঘাট, বাট-পথ আদিৰ তালিকা এথন তলত দিয়া হ’ল :—

**আঁচনিৰ নাম** **কামৰ তালিকা**

(১) গাঁও অঞ্চলৰ ৰাস্তা ঘাট

| | ১৯৮১-৮২ | ১৯৮০-৮১ | ১৯৭৯-৮০ | ১৯৭৮-৭৯ |
|---|---|---|---|---|
| (ক) ৰাস্তা নিৰ্মান | ১৫৭ কি:মি: | ৩৩৫ কি:মি: | ৩১৬½ কি:মি: | ৪০৭ কি:মি: |
| (খ) ৰাস্তা মেৰামত | ‘৮ ,, | ১৭০½ ,, | ১১৭ ,, | — ,, |
| (গ) ফুটপাথ | ২৯৬ ,, | ৪২৪½ ,, | ৬১১½ ,, | ৩৫৭ ,, |
| (গ) কাঠৰ দলং | ৪৭ খন | ৪৩ খন | ২৯ খন | ৩৩ খন |
| (ঙ) ফুট ব্ৰিজ ( দলং ) | — | ২৭ খন | ২৭ খন | ১৭ খন |
| (চ) আৰ. চি. চি. পুল | ১২ টা | ৪১ খন | [illegible] | [illegible] |



(২) পানী যোগান :

| | | | | |
|---|---|---|---|---|
| (ক) পকা কুঁৱা | ১১ টা | ৩৫ টা | ৩২ টা | ৩৬ টা |
| (খ) পকা কুঁৱা মেৰামতি | ৮৯ ,, | ১২৮ ,, | ৪৩ ,, | ২২ ,, |
| (গ) নলীনাদ | ২৮ ,, | ৩৭ ,, | ৫৪ ,, | ৩২ ,, |
| (ঘ) জলাধাৰ | ১২ ,, | ১৭ ,, | ২২ ,, | ১৩ ,, |

(৩) ঘৰ তৈয়াৰী :

| | | | | |
|---|---|---|---|---|
| (ক) ঘৰ তৈয়াৰী | ১৯ টা | ৮ টা | ১৮ টা | ৪ টা |
| (খ) এম. আই. স্কীম ( ক্ষুদ্ৰ জলসিঞ্চন ) | ৪৩২ টা | ৪৬৪ টা | ২৫৯ টা | ২৩৬ টা |
| (গ) পৰিদৰ্শন বাংলা | ১২ টা | | | |

চাৰ্কেল অনুসৰি জিলা পৰিষদৰ বজাৰ, ঘাট, মীন মহল, গৰু-ম’হৰ পাউণ্ড আদিৰ তালিকা এথন তলত দিয়া হ’ল। তালিকাখন ১৯৮১ চনলৈকে ধৰা হৈছে :—

### (ক) ডিফু চাৰ্কেল

**বজাৰ :** (১) আমলখী, (২) বৰলাংফেৰ, (৩) বালিপথাৰ (৪) ডিলাই, (৫) বোকাজান, (৬) ধনশিৰি, (৭) হিদিপি, (৮) কৈলাজান চুনবস্তি, (৯) খটখটি, (১০) লুঙিজান, (১১) লাংছ’লিয়েট, (১২) মানজা তিনি আলি, (১৩) সৰিয়হজান, (১৪) টিংলিজান।

**গৰু-ম’হৰ খোৱাৰ**

(১) বোকাজান, (২) চুতিয়ানলা, (৩) লাহৰিজান, (৪) লখিজান, (৫) মানজা তিনি আলি, (৬) টিংলিজান, (৭) তেংৰালাংছ’।

**মীন মহল**

(১) কাংবাৰি বিল—বৰ্ণনা পোৱা নাযায়।

### (খ) চিলনিজান চাৰ্কেল

**বজাৰ :**

(১) বৰপথাৰ

(২) বগীজান

(৩) দেওপানী
(৪) চিলনীজান

**গৰু-ম'হৰ খোৱাৰ :**

(১) ভিতৰ কলিয়নি
(২) বৰপথাৰ
(৩) সুভেনেশ্বৰী টি-ষ্টেট
(৪) ৰঙাগৰা

**ঘাট :**

(১) দেওপানী
(২) ৰঙাগৰা
(৩) ভিতৰ কলিয়নি
(৪) জপৰা ধনশিৰি।

**মীন মহল :**

(১) বনস্পতি বিল
(২) ডিফলু নদী
(৩) দেওপানী

## (গ) ফুলনি চাৰ্কেল

বজাৰ :— (১) বকলিয়া (২) চেণ্টাৰ বজাৰ ( সপ্তাহত ২ দিন ) (৩) ডকমকা ( দৈনিক আৰু সাপ্তাহিক ) (৪) ডেণ্টাঘাট, (৫) দেনগাঁও, (৬) হাতীদাস্তি। (৭) জয়ফোং (৮) লাংহিন তিনি আলি। (৯) ফুলনি, (১০) পানকুমাৰ তিনি আলি। (১১) পণ্ডিতঘাট, (১২) পাৰখোৱা (১৩) ৰজাপথাৰ (১৪) ছামেলাংছ' (১৫) চামগুৰি, (১৬) উত্তৰ বৰবিল ( সপ্তাহত দুদিন )

ঘাট :— (১) চিতলমাৰি হাদিবংলং
(২) মহামায়া ঘাট।
(৩) ...



**গৰু ম'হৰ খোৱাৰ :**

(১) বাঘপানী (২) ভেলাপাৰা (৩) বকলিয়া (৪) চেণ্টাৰ বজাৰ (৫) ধানজোখা (৬) দেনগাঁও (৭) ডকমকা (৮) ডেণ্টাঘাট (৯) দীঘল পানী (১০) এৰাগাঁও (১১) হাওৰাঘাট (১২) লংছ'দ' (১৩) মাটিখলা (১৪) নিজ দকমকা (১৫) পাৰখোৱা (১৬) ফুলনি (১৭) ফোংলকপেট (১৮) পদুম পুখুৰী (১৯) ৰজাপথাৰ (২০) ৰজাপথাৰ তিনি আলি (২১) চামগুৰি (২২) ছামেলাংছ' (২৩) চিলধৰমপুৰ (২৪) শিলপুটা (২৫) উত্তৰ বৰবিল।

**মীন মহল :**

(১) কলিয়নি নদী
(২) কলীচৰাবিল
(৩) যমুনা-দিথাৰু
(৪) দীঘল পানী
(৫) ৰাইছ' বিল
(৬) যমুনা দিথাৰু ( ভলাঘাটৰপৰা চেৰেকাপানীলৈ )

## (ঘ) ডংকা চাৰ্কেল

**বজাৰ :**

(১) আমতেৰেংবজাৰ
(২) বৰথল
(৩) বৈথালংছ'
(৪) ভকছং
(৫) ডংকামোকাম
(৬) দয়াংমুখ
(৭) হামৰেণ
(৮) হংক্ৰাম
(৯) হাবং
(১০) হাতীগড়া
(১১) জিৰিকিন্দিং

(১২) জেংখা
(১৩) খেৰনিঘাট
(১৪) জিৰিমগাঁও
(১৫) খেৰনিঘাট
(১৬) কান্দুলি
(১৭) ডংকামুখ
(১৮) কলঙা
(১৯) কলঙামুখ
(২০) মাইলুবজাৰ
(২১) সাতগাঁও
(২২) শিলডুবি
(২৩) তুমপ্ৰেং
(২৪) ডমবাছ
(২৫) উমলাক্ষেৰ
(২৬) উপপেনাই
(২৭) উমছৈ

# ডিফু চহৰৰ সংক্ষিপ্ত বিৱৰণ

দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত বৃটিছ সাম্ৰাজ্যৰ নাও বুৰোবুৰো। নতুনকৈ অসম বেঙ্গল ৰেলপথ বহিছে। সৰু এটি ৰেলষ্টেচন হ'ল ডিমাপুৰ আৰু লামডিঙৰ মাজত ডিফু। ই আছিল নগাঁও জিলাত। থানা যমুনামুখ আৰু আউট পোষ্ট ( উপ-আৰক্ষীচকী ) আছিল লামডিং। অৰণ্যৰ মাজত টঙি ঘৰৰ দৰে আছিল ৰেলষ্টেচনটো। ইয়াৰ মূল্যবান কাঠৰ বাবে কেইটামান কাঠৰ ব্যৱসায়, চিংগাপুৰ বেত মহলৰ মহৰীৰ ( কোৱাৰ্টাৰ ) আবাস গৃহ, ফৰেষ্ট বিভাগৰ ৰেঞ্জ অফিচ, শিক্ষাৰ নামত এখন প্ৰাইমাৰী স্কুল, এটা মদৰ মহল আৰু ডাকবাংলাৰ কেইটামান ঘৰহে আছিল। বাকী অটব্য অৰণ্য আৰু অ'ত ত'ত কেইখনমান কাৰবি গাঁও।

ব্ৰহ্মদেশ আৰু কোহিমাত বোমাৰ গৰ্জন। আকাশ ধুঁৱলি কুঁৱলি। আতংকত ভাগি আহিল ডিমাপুৰৰ কেইজনমান ব্যৱসায়ী। যুদ্ধৰ শাম কাটিল। ব্যৱসায়ী কিছু গুচি গ'ল। কিছু থাকি গ'ল এই অৰণ্যময় ডিফুত। ক্ৰমান্বয়ে দোকান পোহাৰৰ আৰম্ভণি হ'ল বাঘ ভালুকৰ মাজত।

স্বাধীনতা লাভ হ'ল। কিন্তু ডিফুৰ উন্নতি নহ'ল। উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলা ঘোষিত হোৱাৰ পিছত ডিফুৰো অৰণ্য আৰু বাঘ ভালুকৰ চিঞৰ নাইকীয়া হবলৈ ধৰিলে।

কিছুমান সৰু ডাঙৰ টিলাৰ ওপৰত এই জিলাখন অৱস্থিত। চাৰিওফালে আগুৰি আছে ধুনীয়া সেউজীয়া পাহাৰবোৰ। এই পাহাৰবোৰে শীতৰ শীতলাত উলঙ্গ হৈ পৰে যদিও তেতিয়াও ইয়াৰ এটা সুন্দৰ শোভাবৰ্ধন হয়। বসন্তৰ লগে লগে কুঁহিপাত মেলি সেউজীয়া মনোৰম দৃশ্যই প্ৰকৃতিৰ ভূ-স্বৰ্গ ৰচনা কৰে। এই শোভা চালে চকু থৰ লাগে। সূৰ্যোদয় আৰু সূৰ্যাস্ত ডিফু চহৰৰ চাব লগীয়া, এপ্ৰিল-মে মাহত কৃষ্ণচূড়া আৰু মদাৰ ফুলৰ শোভা কি চাব! স্বৰ্গৰ নন্দন কাননহে যেন আহি ডিফুত আবিৰ্ভাৱ হ'ল।

পাহাৰৰপৰা উৎপত্তি হৈ চহৰখনৰ মাজেদি ডিফু নদী বৈ গৈ চহৰখনৰ সৌন্দৰ্য বৃদ্ধি কৰিছে। খৰালি কালত তলি ওলালেও ৰমণীয়তা থাকি যায়। এই নদীৰ নাম অনুসাৰে চহৰখনৰ নাম ডিফু ৰখা হৈছে। ডিফু শব্দ ডিমাছা

শব্দটোৱে এসময়ত এই ঠাই কছাৰীসকলৰ ৰাজত্বৰ কথা ইঙ্গিত দিয়ে। চহৰখনৰ জনসংখ্যা বৃদ্ধিৰ লগে লগে শিক্ষানুষ্ঠানৰ সংখ্যাও বৃদ্ধি হবলৈ ধৰিছে। প্ৰথমতে ইয়াত এখন মাত্ৰ নিম্ন প্ৰাইমাৰী স্কুল আছিল। বৰ্তমান ইয়াৰ সংখ্যা ১০খন (১৯৮১) হৈছেগৈ। ইয়াৰ উপৰিও এখন চৰকাৰী মহাবিদ্যালয়, এখন চৰকাৰী ল'ৰাৰ হাইস্কুল, এখন চৰকাৰী ছোৱালী হাইস্কুল আছে। সকলো শিক্ষানুষ্ঠানৰ এখন তালিকা উল্লেখ কৰা হ'ল।

## প্ৰাথমিক বিদ্যালয়
### ( অসমীয়া মাধ্যম )

| বিদ্যালয়ৰ নাম | মুঠ ছাত্ৰ ছাত্ৰী | মুঠ কাৰবি ছাত্ৰ ছাত্ৰী | কাৰবি ছাত্ৰ | কাৰবি ছাত্ৰী | মুঠ শিক্ষক | কাৰবি শিক্ষক | কাৰবি শিক্ষয়িত্ৰী |
|---|---|---|---|---|---|---|---|
| জুনিয়ৰ বেচিক | ২০৩ | ২২ | ৯ | ১৩ | ৬ | ২ | ২ |
| টাউন বেচিক | ১৩০ | ৩৩ | ১৭ | ১৬ | ৫ | ২ | ২ |
| পুলিচ ৰিজাৰ্ভ | ১৪৮ | ৩২ | ২৩ | ৯ | ৪ | ২ | ২ |
| লুক লাংছ' | ১০০ | ৭৫ | ৫০ | ২৫ | ৩ | ১ | ২ |
| ধেনুবস্তি | ১০১ | ৬০ | ২৮ | ৩২ | ৪ | — | ৪ |
| ধৰমনলা | ২২৬ | ১৩ | ৮ | ৫ | ৬ | — | ১ |

### বঙলা মাধ্যম

| বিদ্যালয়ৰ নাম | মুঠ ছাত্ৰ ছাত্ৰী | মুঠ কাৰবি ছাত্ৰ ছাত্ৰী | কাৰবি ছাত্ৰ | কাৰবি ছাত্ৰী | মুঠ শিক্ষক | কাৰবি শিক্ষক | কাৰবি শিক্ষয়িত্ৰী |
|---|---|---|---|---|---|---|---|
| বীণাপাণি | ২৭০ | — | — | — | ৬ | — | — |
| শীতলাবাড়ী | ২২৩ | — | — | — | ৪ | — | — |
| বীণাপাণি এম. ই. স্কুল | ২১৪ | — | — | — | ৭ | — | — |
| বীণাপাণি হাইস্কুল | ১৭২ | — | — | — | ৭ | — | — |



### হিন্দী মাধ্যম
### ( প্ৰাইমাৰী )

| বিদ্যালয়ৰ নাম | মুঠ ছাত্ৰ ছাত্ৰী | মুঠ কাৰবি ছাত্ৰ ছাত্ৰী | কাৰবি ছাত্ৰ | কাৰবি ছাত্ৰী | মুঠ শিক্ষক | কাৰবি শিক্ষক | কাৰবি শিক্ষয়িত্ৰী |
|---|---|---|---|---|---|---|---|
| আদৰ্শ হিন্দী বিদ্যালয় | ১৩৯ | — | — | — | ৪ | — | — |

## হাইস্কুল
### ( অসমীয়া মাধ্যম )

| বিদ্যালয়ৰ নাম | মুঠ ছাত্ৰ ছাত্ৰী | মুঠ কাৰবি ছাত্ৰ ছাত্ৰী | কাৰবি ছাত্ৰ | কাৰবি ছাত্ৰী | মুঠ শিক্ষক | কাৰবি শিক্ষক | কাৰবি শিক্ষয়িত্ৰী |
|---|---|---|---|---|---|---|---|
| ডিফু চৰকাৰী বিদ্যালয় (ল'ৰা) | ৫৩৭ | ১৪১ | ১৪১ | — | ২০ | ২ | — |
| ডিফু চৰকাৰী বালিকা বিদ্যালয় | ৩৭৫ | ৪৮ | — | ৪৮ | ১৬ | — | ১ |
| বেংবংহম হাইস্কুল | ৪১৯ | ২৯২ | ১২৭ | ৬৫ | ১০ | — | — |
| চন্দ্ৰচিং তেৰন হাইস্কুল | ৮২ | ৮৬ | '৬৩ | ২৩ | ৩ | — | — |

### ইংৰাজী মাধ্যম

| বিদ্যালয়ৰ নাম | মুঠ ছাত্ৰ ছাত্ৰী | মুঠ কাৰবি ছাত্ৰ ছাত্ৰী | কাৰবি ছাত্ৰ | কাৰবি ছাত্ৰী | মুঠ শিক্ষক | কাৰবি শিক্ষক | কাৰবি শিক্ষয়িত্ৰী |
|---|---|---|---|---|---|---|---|
| ডনবস্ক হাইস্কুল | ৫৯১ | ৩৪৩ | ২১০ | ১৩৩ | ২০ | — | — |
| ইউ. চি. হাইস্কুল | ৫০০ | ১৫০ | ১০৫ | ৪৫ | ১৯ | — | ২ |
| ডি. এ. ভি. হাইস্কুল | ৪০৫ | ১৩০ | ৯৩ | ৩৭ | ১৭ | ১ | ১ |
| কেন্দ্ৰীয় বিদ্যালয় | ১৭৯ | ২৯ | ২৬ | ৩ | ১৬ | — | ৮ম মান শ্ৰেণীলৈ খোলা হৈছে |
| কালভাৰী এল. পি. স্কুল | ৮২ | ৪০ | ১৫ | ২৫ | ৪ | ১ | ২ |

## মহাবিদ্যালয়

| বিদ্যালয়ৰ নাম | মুঠ ছাত্ৰ ছাত্ৰী | মুঠ কাৰবি ছাত্ৰ ছাত্ৰী | কাৰবি ছাত্ৰ | কাৰবি ছাত্ৰী | মুঠ শিক্ষক | কাৰবি শিক্ষক | কাৰবি শিক্ষয়িত্ৰী |
|---|---|---|---|---|---|---|---|
| ডিফু চৰকাৰী মহাবিদ্যালয় | ৭২৩ | ১৮৯ | ১৫৭ | ৩২ | — | ১ | — |
| আইন মহাবিদ্যালয় | ১৫৭ | ৬ | ৬ | — | ৬ | ১ | — |

## প্ৰশিক্ষণ কেন্দ্ৰ

| বিদ্যালয়ৰ নাম | মুঠ ছাত্ৰ ছাত্ৰী | মুঠ কাৰবি ছাত্ৰ ছাত্ৰী | কাৰবি ছাত্ৰ | কাৰবি ছাত্ৰী | মুঠ শিক্ষক | কাৰবি শিক্ষক | কাৰবি শিক্ষয়িত্ৰী |
|---|---|---|---|---|---|---|---|
| হিন্দী প্ৰশিক্ষণ কেন্দ্ৰ | ৮৬ | ৬ | — | ৬ | ৫ | — | — |
| আই. টি. আই. | ১২৬ | ৮ | ৫ | ৩ | ১৪ | — | — |

ইয়াৰ উপৰিও এখন ভকেচনেল (Type School) বিদ্যালয়, এখন সংগীত মহাবিদ্যালয়, এখন সংগীত বিদ্যালয়, এখন চিত্ৰকলা-শিল্প ( Art ) বিদ্যালয় আছে। মণ্টেশ্বৰী স্কুল এখন। সামাজিক শিক্ষাবিষয়াৰ স্কুল দুখন আছে। বোৱা-কটা উন্নয়নৰ বাবে এখন বয়ন প্ৰশিক্ষণ কেন্দ্ৰ আছে। লগতে বোৱা কটা, উলগুঁথা, চিলাই কৰা আদি ৪টা আৰ্থিক সাহায্যপ্ৰাপ্ত প্ৰশিক্ষণ কেন্দ্ৰও আছে।

জনসাধাৰণৰ শিক্ষা সম্পৰ্কে উন্নতিৰ অৰ্থে ১৯৬৮ চনত ইয়াত এটা জিলা পৰ্যায়ৰ জিলা পুথিভঁৰালো প্ৰতিষ্ঠা কৰা হয়। ১৯৫৪ চনত ডিফু ক্লাব স্থাপন কৰা হয়। ইয়াৰ বাহিৰেও কাৰবি ক্লাব, এভাৰেষ্ট ক্লাব, থৰছিং তেৰাং ক্লাব, [illegible] ক্লাব আদি কেইবাটাও ক্লাব ঘৰ আছে।

## ডিফুৰ বিষয়ে জানিব লগীয়া কথা ( ১৯৮১ লৈ )

১। ডিফুৰ একমাত্ৰ চিনেমা ঘৰ হ'ল—"লতিকা চিনেমা" ঘৰ। ১৯৫৮ চনত স্থাপিত। ই দীঘে ১৩০ ফুট। বহলে ৪০ ফুট। আসন ৬০০ খন। প্ৰথম চিনেমা—"এৰা বাটৰ সুৰ"।

২। **ধৰ্মানুষ্ঠান ঃ**

(ক) নামঘৰ :—৫টা

(খ) গীৰ্জা :—২টা

(গ) উপাসনা কেন্দ্ৰ :—৫টা

(ঘ) মছজিদ :—১টা

(ঙ) গুৰুদ্বাৰ :—১টা ( শিখ মন্দিৰ )

৩। **খেলপথাৰ ঃ**

(ক) ষ্টেডিয়াম :—১ খন।

(খ) খেল পথাৰ :—২ খন।

৪। **ফুলনি বাগিচা ঃ**

ফুলনি বাগিচা ৩ খন

(ক) থৰছিং তেৰাং

(খ) গান্ধী পাৰ্ক

(গ) ব'টানিকেল গাৰ্ডেন

৫। পুলিচ পইণ্ট :—৩টা

৬। **বাছ ষ্টেণ্ড :—২টা**

(ক) ৰাজহুৱা বাছ ষ্টেণ্ড

(খ) চৰকাৰী বাছ ষ্টেণ্ড

৭। অট' ৰিক্সা ষ্টেণ্ড :—১টা

৮। **জিৰণি ঘৰ :—৬টা**

(ক) চাৰ্কিট হাউচ

(খ) ডাক বঙলা

(গ) সৈনিক ৰেষ্ট হাউচ

(ঘ) টুৰিষ্ট ল'জ

(ঙ) গাঁওবুঢ়া জিৰণি ঘৰ।

(চ) মেম্বাৰ হোষ্টেল।

৯। তেলকূপ : ২টা

(ক) আছাম অইল।

(খ) ইন্দিয়ান অইল।

১০। ছপাখানা : ২টা

(ক) দুৰ্গা প্ৰেছ।

(খ) ডিফু প্ৰেছ।

১১। কাঠ ফলা কাৰখানা : ৩টা

১২। ধানবন্ধা কল : ৩ টা

১৩। প্লাইউড কাৰখানা : ১টা

১৪। মমবাটি কাৰখানা : ১টা

১৫। ডিফু টাউন কমিটিৰদ্বাৰা ৰেজিষ্টাৰ্ড কৰা খেলাগাড়ী (১৯৮০-৮১) ১৬৬, গৰু-ম'হৰ গাড়ী : ৫১ খন, বাইচাইকেল : ৯৬ খন।

১৬। টাউন কমিটিৰ ৱাৰ্ড (Ward) : ৬টা

১৭। জনসংখ্যা :—১০,২০০ জন (১৯৭১)

১৮। ডিফু টাউন কমিটি গঠন কৰা হয় ১৯৬১ চনত।

১৯। কাৰ্যালয় : ১০৮টা (Office)

২০। মদৰ মহল :—২টা (দেশীয় আৰু বিলাতী)

২১। কাজুবাদাম আৰু জালুকৰ বাগান : ১খন

২২। আঞ্চলিক কৃষি গবেষণা কেন্দ্ৰ : ১টা (ডিলাজী)

২৩। কফি পাম : ১খন (চুতিয়ানলা)

ইয়াৰপৰা ১৬ কিঃ মিঃ দূৰত 'মানজাত' খানচাৰী চেনীকল, মিঠা তেলৰ ঘানি, উন্নয়ন খণ্ড, ইটাৰ ভাটি আৰু কাঠফলা কল একোটা আছে। বৰ্তমান ডিফুত এটা অনাতাঁৰ কেন্দ্ৰ আৰু এখন চিৰিয়াখানা স্থাপনৰ কাম কাৰ্যকৰী কৰি থকা হৈছে।

২৪। বেঙ্ক (Bank) : ৪টা

(ক) ষ্টেট বেঙ্ক অৱ ইণ্ডিয়া।

(খ) ইউনাইটেড কমাৰচিয়েল বেঙ্ক।

(গ) কো-অপাৰেটিভ বেঙ্ক।



## হামৰেণ মহকুমা

জিলাখনৰ ক্ষীপ্ৰ উন্নতিৰ অৰ্থে ইয়াৰ পশ্চিমাঞ্চলত এটা মহকুমাৰ আৱশ্যকতা অনুভৱ কৰি ১৯৭২ চনৰ পহিলা জানুৱাৰীত হামৰেণ মহকুমা গঠন কৰা হয়। এই মহকুমাত গাঁৱৰ সংখ্যা হ'ল ৫২৬ খন। জনসংখ্যা ১,১৬,৪০২ জন। মাটি কালি—৩০৩৫·১০ বৰ্গ কি.মি.। উন্নয়ন খণ্ড ৪টা, আমৰি, চিনথং, ৰংখাং আৰু চ'ছেং। আৰক্ষী চকী—৬টা খেৰনি, ডংকামোকাম, হামৰেণ, মাইলুং, তুমপ্ৰেং আৰু উলুকুনছি।

## গ্ৰন্থপুঞ্জী


১। কাৰবি লামতাছাম—বংবং তেৰাং।

২। কাৰবি প্ৰসঙ্গ—ডিফু শাখা সাহিত্য সভা।

৩। প্ৰগতিৰ পথত কাৰবি আংলং—দিলীপ শৰ্মা।

৪। কাৰবি লামথে—ছামছিং হানছে।

৫। কাৰবি প্ৰণয়ী গীত—ছামছিং হানছে।

৬। লাম কিদ'—জিলা তথ্য আৰু জনসংযোগ বিভাগ।

৭। অসমৰ জনজাতীয় শব্দমালা—দিলীপ শৰ্মা।




চ'মাংকান নৃত্য




হাচাকেকান নৃত্য



ৰিত নং চিংদি নৃত্যৰ আৰম্ভণীৰ দৃশ্য
( খেতিবাতিৰ আৰম্ভণী উৎসৱ )



ডেকাদলৰ ঢোলৰ ( চেংবুৰূপ ) সৈতে দহাত ব্যৱহাৰ হোৱা ঢোল



কাৰবি ঢোল বাদক





মাৰিতংপ' কেৰুত ( কাৰবি পেঁপা বাদক )



কাৰবি সমাজৰ এবিধ পূজা

( ৰ'ৰ কামাথা )



কাৰবিসকলৰ ঢোল, ঢাল-তৰোৱাল



কাৰবি সমাজৰ পূজাৰ দৃশ্য

( [illegible] কামাথা )



চ'জুন ( স্বৰগ পূজাৰ বেদী ) বেদী



স্বৰগ পূজাত গাহৰি বলি দিয়া



কুকৃহৰপি ( চ'জুন ) স্বৰগ পূজা





প'হ' ( পাগুৰি )



( পেকক ) পে ছাপি ( বুঢ়া মানুহে গাত লোৱা চাদৰ )



পেলু ( বিচনা চাদৰ )



'চং' আৰু 'নব'-ৰ সৈতে ( ঢাল তৰোৱাল ) যঁতাৰ ডেকাৰ



চই হংথৰ ( পুৰুষে পিন্ধা এবিধ চোলা )



ন' থেংপি ( ৰূপৰ তৈয়াৰী কাণত পিন্ধা
এবিধ তিৰোতাৰ অলংকাৰ



ৰামকুক ( মেখেলা পিন্ধোতে





কাৰবি পুৰুষে ব্যৱহাৰ কৰা অলংকাৰ



জাতীয় শালত কাৰবি তিৰোতা



কাৰবি পুৰুষে কাণত পিন্ধা এবিধ অলংকাৰ





ছকতক্ চিংদি ( উৰলত ধান খুন্দা )



কঠিয়া তুলি থকা কাৰবি পুৰুষ-তিৰোতা







কাৰবিসকলৰ বিহ দি মাছ মৰা দৃশ্য



ছোৱালীৰ বাপেকক দৰাই মাননি দিয়া পদ্ধতি
( কইনা খুজিবলৈ যাওঁতে )



কাৰবি বৃদ্ধা
কাৰবিসকলৰ



কইনাৰ বেশত এজনী কাৰবি ছোৱালী



ঢাল তৰোৱালৰ সৈতে এজন কাৰবি যুৱক



পিঠিত থাং লৈ কাৰবি গাভৰু



কাৰবি দম্পতী



মৃতদেহ শ্মশানলৈ নিয়া দৃশ্য

জিলা পৰিষদ







জিলাপৰিষদৰ সদনৰ সভাপতি



আলোকশিল্পী পি. দত্ত আৰু লিথক


কাৰবি আংলং জিলা
স্কেল : ১"=১৬ মাইল
শিৱসাগৰ জিলা
নগাঁও জিলা
ডিফু
লামডিং
বোকাজান
মাহেংদিজুৱা
সিংহাসন
লংনিত নৈ
যমুনা নৈ
ৰংপানী নদী
কলিয়নি
ডিমাপুৰ
খাচী আৰু জয়ন্তীয়া
পাহাৰ
উত্তৰ কাছাৰ
নগা পাহাৰ
শিৱসাগৰ জিলা
॥ সাংকেতিক চিন ॥
জিলাৰ সীমা :
ৰেলপথ :
নদী :